# দৰঙ্গ ৰাজবংশাৱলী

[ কবি বলদেৱ সূৰ্যখড়ি দৈৱজ্ঞ বিৰচিত ]

শ্ৰীনবীনচন্দ্ৰ শৰ্মা, এম. এ.
অধ্যাপক, প্ৰাগজ্যোতিষ কলেজ, গুৱাহাটী
সম্পাদিত




॥ ● ॥ বাণী প্ৰকাশ ॥ ● ॥
পাঠশালা ● গুৱাহাটী ● কলিকতা



প্ৰকাশক :
শ্ৰীঅম্বিকাপদ চৌধুৰী
বাণী প্ৰকাশ
পাঠশালা
কামৰূপ

পাণবজাৰ
গুৱাহাটী-১

১০ কৈলাস বোস ষ্ট্ৰীট
কলিকতা-৬

বেটুপাত :
শ্ৰীবিজয়কৃষ্ণ মণ্ডল

প্ৰথম প্ৰকাশ :
নবেম্বৰ ১৯৭৩

বেচ : সাত টকা মাথোন



ছপা : পূৰ্বোদয় প্ৰেছ
১০ কৈলাস বোস ষ্ট্ৰীট, কলিকতা-৬

# আগকথা

'দৰঙ্গ ৰাজবংশাৱলী' নামৰ ঐতিহাসিক কাব্যখন দৰঙী ৰজা সমুদ্ৰনাৰায়ণৰ নিৰ্দ্দেশানুক্ৰমে, মঙ্গলদৈ মহকুমাৰ অন্তৰ্গত বলদেৱপাৰা গাঁওৰ বিখ্যাত কবি বলদেৱ সূৰ্য্যখড়ি দৈৱজ্ঞই, আনুমানিক খ্ৰীঃ ১৭৯৮ চনত ৰচনা কৰিছিল। মূল গ্ৰন্থখনি দৰঙী ৰজাৰ বংশধৰসকলৰদ্বাৰা সংৰক্ষিত হৈছিল। পুথিখনি সাঁচিপাতত লিখা আৰু ই চিত্ৰ সম্বলিত। অসম চৰকাৰৰ পুৰাতত্ব বিভাগত সংৰক্ষিত সাঁচিপাতত লিখা 'দৰঙ্গ ৰাজবংশাৱলী'ৰ বাহিৰেও আৰু দুই এখনি এনে ধৰণৰ পুথি দৰঙী ৰজাৰ বংশধৰ-সকলৰ হাতত এতিয়াও আছে। সেই কেইখনো অসম্পূৰ্ণাঙ্গ।

খ্ৰীঃ ১৯১৭ চনতে ৺পণ্ডিত হেমচন্দ্ৰ গোস্বামীদেৱৰ সম্পাদনাত কলিকতাৰ বেপ্টিষ্ট মিছন প্ৰেছৰপৰা 'দৰঙ্গ ৰাজবংশাৱলী' প্ৰথমবাৰৰ বাবে ছপা হৈছিল। বৰ্তমান ছপা 'দৰঙ্গ ৰাজবংশাৱলী' পাবলৈ নাই। ইয়াৰ পৰিণতি স্বৰূপে পঢ়ুৱৈ, গবেষণাকাৰী আদিৰ বিশেষ অসুবিধা হৈছে। এই অসুবিধালৈ লক্ষ্য কৰি আমি 'দৰঙ্গ ৰাজবংশাৱলী' নামৰ গ্ৰন্থখনি পুনৰ প্ৰকাশৰ ব্যৱস্থা কৰিলোঁ। অৱশ্যে এই ক্ষেত্ৰত মোৰ শিক্ষাগুৰু, সাহিত্যিক অধ্যাপক শ্ৰীযুত হেমন্ত কুমাৰ শৰ্মা, এম. এ. দেৱৰ উৎসাহ বাণীহে বিশেষ কাম কৰিছে। এই সংস্কৰণৰ 'দৰঙ্গ ৰাজবংশৱলী'খনি প্ৰস্তুত কৰোঁতে ৺পণ্ডিত হেমচন্দ্ৰ গোস্বামীদেৱৰদ্বাৰা সম্পাদিত গ্ৰন্থখনি আৰু এখন সাঁচিপতীয়া পুথিৰ সহায় লোৱা হৈছে। আখৰ-জোঁটনি আধুনিক ৰূপত ৰখা হৈছে।

'দৰঙ্গ ৰাজবংশৱলী'খনি ছপাৰ দায়িত্ব 'বাণী প্ৰকাশে' গ্ৰহণ কৰা বাবে উক্ত প্ৰতিষ্ঠানৰ উদ্যোগী পৰিচালকদ্বয় মাননীয় শ্ৰীযুত অম্বিকাপদ চৌধুৰী আৰু মাননীয় শ্ৰীযুত গিৰিপদ চৌধুৰীদেৱলৈ মোৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ। অসমীয়া ভাষা-সাহিত্যৰ উন্নতিৰ পথত 'বাণী প্ৰকাশে' যাতে সততে অৰিহণা যোগাব পাৰে তাৰ বাবে ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনাইছোঁ।

'দৰঙ্গ ৰাজবংশাৱলী'খনি নকল কৰাৰ ক্ষেত্ৰত, মোৰ ছাত্ৰ শ্ৰীমান ধনেশ্বৰ ডেকাই সহায় কৰিছে। তেওঁলৈ মোৰ স্নেহাশীষ থাকিল।

'দৰঙ্গ ৰাজবংশাৱলী' নামৰ গ্ৰন্থখনে সদাশয় ৰাইজৰপৰা মৰম চেনেহ লাভ কৰিব পাৰিলে পৰম কৃতাৰ্থ হম। ইতি

'যমুনালয়'
ইন্দ্ৰপুৰী, দুৰ্গাসৰোবৰ
গুৱাহাটী—৯

শ্ৰীনবীন চন্দ্ৰ শৰ্মা

# ভূমিকা

প্ৰাচীন অসমীয়া সাহিত্য, নব্য ভাৰতীয় ভাষাসমূহত ৰচিত হোৱা সাহিত্যৰাজিৰ ভিতৰতে সমৃদ্ধিশালী। বিশেষকৈ অসমীয়া বুৰঞ্জী সাহিত্য ভাৰতীয় সাহিত্যসমূহৰ ভিতৰতে অনুপম। আহোম ৰজাসকলৰ পৃষ্ঠপোষকতা আৰু অনুপ্ৰেৰণাত বুৰঞ্জী সাহিত্য ৰচিত হোৱাৰ নিচিনাকৈ, কোচৰাজ্য প্ৰতিষ্ঠাতা বিশ্বসিংহৰ বংশসম্ভূত দৰঙী ৰজাসকলৰ পৃষ্ঠপোষকতা আৰু অনুপ্ৰেৰণাতো ৰাজবংশাৱলী অথবা 'বংশাৱলী' নামেৰে ঐতিহাসিক কাব্য এশ্ৰেণী ৰচিত হৈছিল। সমুদ্ৰনাৰায়ণৰ আদেশত সূৰ্যখড়িয়ে ৰচনা কৰা 'দৰঙ্গ ৰাজবংশাৱলী', খড়্গনাৰায়ণৰ আদেশত ৰতিকান্ত দ্বিজে ৰচনা কৰা 'ৰাজবংশাৱলী' আৰু সূৰ্যদেৱ সিদ্ধান্ত বাগীশৰদ্বাৰা ৰচিত 'গন্ধৰ্বনাৰায়ণৰ বংশাৱলী', এই ঐতিহাসিক কাব্যৰ ভিতৰত পৰে। ওপৰোল্লিখিত তিনিখন ঐতিহাসিক কাব্যৰ ভিতৰত সূৰ্যখড়ি দৈৱজ্ঞৰ 'দৰঙ্গ ৰাজবংশাৱলী' উল্লেখযোগ্য।

দৰঙী ৰজা সমুদ্ৰনাৰায়ণৰ নিৰ্দেশানুক্ৰমে সূৰ্যখড়িয়ে 'দৰঙ্গ ৰাজবংশাৱলী' ৰচনা কৰে। ইয়াৰপৰা কবি সূৰ্যখড়ি সমুদ্ৰনাৰায়ণৰ সমসাময়িক আছিল বুলি আমি সহজে অনুমান কৰিব পাৰোঁ। সমুদ্ৰনাৰায়ণ, চিলাৰাইৰ পুত্ৰ ৰঘুদেৱনাৰায়ণৰ বংশধৰ আছিল। ৰঘুদেৱনাৰায়ণৰ পুত্ৰ বলিনাৰায়ণ অথবা ধৰ্মনাৰায়ণ দৰঙী ৰাজ্য প্ৰতিষ্ঠাতা আছিল। বলিনাৰায়ণৰ পুত্ৰ মহেন্দ্ৰনাৰায়ণ, তেওঁৰ পুত্ৰ চন্দ্ৰনাৰায়ণ, চন্দ্ৰনাৰায়ণৰ পুত্ৰ ইন্দ্ৰনাৰায়ণ, তেওঁৰ পুত্ৰ মোদনাৰায়ণ ( ডাঙৰ ৰজা ), মোদনাৰায়ণৰ তৃতীয় পুত্ৰ মহতনাৰায়ণ আৰু মহতনাৰায়ণৰ পুত্ৰ হৈছে সমুদ্ৰনাৰায়ণ। ইয়াৰপৰা দেখা যায় যে সমুদ্ৰনাৰায়ণ, চিলাৰাইৰ পুত্ৰ ৰঘুদেৱনাৰায়ণৰ ৭ম অধস্তন আছিল। চিলাৰাইৰ পুত্ৰ ৰঘুদেৱ নাৰায়ণে খ্ৰীঃ ১৫৮১ চনৰপৰা খ্ৰীঃ ১৫৯৩ চনলৈকে ৰাজত্ব কৰে। প্ৰত্যেকজন বংশধৰে যদি ৩০ বছৰ ৰাজত্ব কৰা বুলি ধৰি লোৱা হয় তেনেহলে ৰঘুদেৱনাৰায়ণ আৰু সমুদ্ৰ নাৰায়ণৰ ভিতৰত সময়ৰ পাৰ্থক্য ২১০ বছৰ হব। তেতিয়া হলে সমুদ্ৰনাৰায়ণৰ সময় ১৫৮১+২১০ বছৰ=১৭৯১ চন হব বুলি অনুমান কৰিব পাৰি। কবি সূৰ্যখড়িও এই সময়ৰে লোক আছিল বুলি ভাবিব পাৰি। দ্বিতীয়তে আহোম স্বৰ্গদেৱে সূৰ্যখড়িক খ্ৰীঃ ১৭৯৮ চনত মাটি দান কৰিছিল অৰ্থাৎ এই কালছোৱাতেই কবি সূৰ্যখড়িৰ পাণ্ডিত্য আৰু প্ৰতিভা সৰ্বসাধাৰণৰ মাজত প্ৰকাশ পাইছিল। এই প্ৰসঙ্গত ওপৰত

কবি পৰিচয়

উল্লেখ কৰা খ্ৰীঃ ১৭৯১ চন আৰু খ্ৰীঃ ১৭৯৮ চনৰ ভিতৰত থকা সাদৃশ্যও মন কৰিব লগীয়া। মুঠতে কবি সূৰ্যখড়ি খ্ৰীঃ অষ্টাদশ শতিকাৰ লোক আছিল।

কবিৰ সম্পূৰ্ণ নাম হৈছে বলদেৱ সূৰ্যখড়ি দৈৱজ্ঞ। সৰ্বসাধাৰণৰ মাজত তেওঁ সূৰ্যখড়ি কবি ৰূপে পৰিচিত আছিল। তেওঁৰ প্ৰকৃত নাম আছিল হলধৰ[১]। বলদেৱ, সূৰ্যখড়ি আদি তেখেতৰ পাণ্ডিত্যসূচক উপাধিহে। ইয়াৰ বাহিৰেও তেখেতৰ আন এটি উপাধি হৈছে বিদ্যাবল্লভ[২]। জাতিত তেওঁ দৈৱজ্ঞ আছিল। কোচ ৰজাসকলে ব্ৰাহ্মণ আৰু দৈৱজ্ঞ উভয়কে বৰ সন্মান আৰু শ্ৰদ্ধা কৰিছিল। তদনুৰূপে দৰঙী ৰজা-সকলেও ব্ৰাহ্মণ আৰু দৈৱজ্ঞ উভয়কে গভীৰভাৱে শ্ৰদ্ধা কৰিছিল। সূৰ্যখড়ি যে জাতিত দৈৱজ্ঞ আছিল তাৰ আভাস "দৰঙ্গ ৰাজবংশাৱলী'ৰপৰা পোৱা যায়। যেনে,

'পদবন্ধে শুনিবাক মোৰ যাই চিত।
কহিয়ো দৈৱজ্ঞ তুমি ৰজাৰ চৰিত॥
দৈৱজ্ঞ বদতি তুমি ৰজাৰ নন্দন।
তযু আজ্ঞা পালিবাক লাগে সৰ্বক্ষণ॥'

বলদেৱ সূৰ্যখড়ি মঙলদৈ মহকুমাৰ অন্তৰ্গত ছিপাঝাৰৰ ২ মাইল পশ্চিমে অৱস্থিত, ইতিহাস প্ৰসিদ্ধ বলদেৱপাৰা গাঁওৰ লোক আছিল। তেখেতৰ বংশধৰসকল এতিয়াও এই অঞ্চলতে বাস কৰে। কবি বলদেৱ সূৰ্যখড়িৰ নামানুসাৰেই এই গাঁওখনৰ নাম বলদেৱপাৰা হয় বুলি শুনা যায়। বলদেৱপাৰা গাঁওত বলদেৱ পুখুৰী নামৰ এটি ডাঙৰ পুখুৰী আছে। এই পুখুৰীটোৰ গৰ্ভত ৪৮ বিঘা মাটি থকা বুলি শুনা যায়। এই পুখুৰীটো হেনো বলদেৱ সূৰ্যখড়িৰ পাণ্ডিত্য, প্ৰতিভা আৰু কবিত্বত মোহিত হৈ দৰঙী ৰজাই খন্দাইছিল। কবিজনাৰ নামানুসাৰেই এই পুখুৰীটোৰ নামো বলদেৱ পুখুৰী নামকৰণ কৰা হৈছিল।

বলদেৱ সূৰ্যখড়ি ঐতিহাসিক পণ্ডিত, কবি, জ্যোতিষশাস্ত্ৰ বিশাৰদ আছিল। তেওঁ সেই সময়ৰ অসমৰ অন্যতম সংস্কৃত পণ্ডিত আছিল। তেখেতে অসমীয়া ভাষাত গ্ৰন্থ প্ৰণয়ন কৰাৰ বাহিৰেও সংস্কৃত ভাষাত গ্ৰন্থাদি ৰচনা কৰিছিল। বলদেৱ সূৰ্যখড়িৰ পাণ্ডিত্যত মুগ্ধ হৈ আহোম স্বৰ্গদেৱেও তেওঁক মাটিদান দিছিল[৩]। এইজনা কবিৰ বিষয়ে প্ৰসিদ্ধ ঐতিহাসিক পণ্ডিত ছাৰ এডৱাৰ্ড গেইট চাহাবে এই দৰে লিখিছিল :

---

(১) মঙ্গলদৈৰ বুৰঞ্জী—শ্ৰীদীনেশ্বৰ শৰ্মা,
(২) " " "
(৩) *The Koch Kings of Kamarupa*—E. Gait.

Surjya Hari (?) Ganaka is reputed to have been the greatest Sanskrit Scholar of his time in Assam. He was the author of numerous Sanskrit and Assamese works, and his descendant Manbhal Mandal holds a deed of gift dated 1720 saka (1798 A. D) by which the Ahom King made a grant of land to Surjya Hari (?) in recognition of his learning and piety[১].

জ্যোতিষ শাস্ত্ৰতো বলদেৱ সূৰ্যখড়ি পণ্ডিত আছিল। ইয়াৰ প্ৰমাণ স্বৰূপে আমি তেখেতে প্ৰণয়ন কৰা বিখ্যাত জ্যোতিষশাস্ত্ৰৰ গ্ৰন্থ 'ৰাজ মাৰ্তণ্ড'ৰ টীকাখনলৈ আঙুলিয়াব পাৰোঁ। তেখেত তন্ত্ৰাদিতো সুবিজ্ঞ আছিল বুলি জনা যায়। তন্ত্ৰ শাস্ত্ৰৰ পূজা পদ্ধতিত তেওঁ ৰজা-প্ৰজা সকলোৰেদ্বাৰা সমাদৃত হৈছিল। গ্ৰহাৰ্চনৰ ক্ষেত্ৰতো তেখেতৰ প্ৰতিভা প্ৰকাশ পাইছিল। "তেওঁৰ গ্ৰহাৰ্চনৰ শক্তিত দৰঙী ৰজা সমুদ্ৰনাৰায়ণ অভিভূত হৈছিল। ৰজাই তেওঁক কলে, 'যদি আজি সূৰ্যগ্ৰহণ নোহোৱাকৈ তেওঁ ৰাহুক বন্ধ কৰিব পাৰে, তেন্তে তেওঁৰ পূজা প্ৰকৃত পূজা হৈছে বুলি জনা যাব।' যথা সময়ত পূজা আৰম্ভ কৰিলে আৰু সেইদিনা সূৰ্যগ্ৰহণ নোহোৱাকৈ থাকিল। ৰজাই তেওঁৰ শক্তি দেখি বহুত মাটি-বাৰী ব্ৰহ্মোত্তৰ দান কৰিলে। এই দান কৰা ব্ৰহ্মোত্তৰ ফলিমোহৰ তেওঁৰ বংশৰ লোকৰ হাতত আজিও আছে[২]।" ওপৰৰ কথাখিনিৰ সত্যতা সম্বন্ধে সন্দেহ থাকিলেও কবি সূৰ্যখড়িয়ে যে গ্ৰহাৰ্চনত সুখ্যাতি লাভ কৰিছিল তাত সন্দেহ নাই।

'দৰঙ্গ ৰাজবংশাৱলী' দৰঙী ৰজা সমুদ্ৰনাৰায়ণৰ নিৰ্দেশানুক্ৰমে বলদেৱ সূৰ্যখড়িয়ে ৰচনা কৰে। এই গ্ৰন্থখনেই "সমুদ্ৰনাৰায়ণৰ (গেইট চাহাবৰ মতে লক্ষ্মীনাৰায়ণৰ) বংশাৱলী" নামে পৰিচিত। 'দৰঙ্গ ৰাজবংশাৱলী' কোন চনত ৰচিত হৈছিল সেই বিষয়ে নিশ্চিতভাৱে কোৱা টান। গেইট চাহাবৰ মতে এই পুথিখন খ্ৰীঃ ১৮০৬ চনত ৰচিত হৈছিল; আৰু আমানতউল্লা চৌধুৰীৰ মতে খ্ৰীঃ ১৭৯১ চনত ৰচিত হৈছিল[৩]। ডঃ সত্যেন্দ্ৰনাথ শৰ্মাৰ মতে 'দৰঙ্গ ৰাজবংশাৱলী' খ্ৰীঃ ১৭৯৮ চনত ৰচিত হৈছিল[৪]। পুথিখনৰ ৰচনা কাল সঠিকভাৱে নিৰ্ণয় কৰিব নোৱাৰিলেও ই খ্ৰীঃ ১৭৯১-১৮০৬ চনৰ ভিতৰত যে ৰচিত হৈছিল ই নিশ্চিত।

দৰঙ্গ ৰাজবংশাৱলীৰ বিষয়বস্তু

---

(১) *The Koch Kings of Kamrup*—E. Gait.
(২) মঙ্গলদৈৰ বুৰঞ্জী—শ্ৰীদীনেশ্বৰ শৰ্মা।
(৩) অসমীয়া সাহিত্যৰ ৰূপৰেখা—ডঃ মহেশ্বৰ নেওগ।
(৪) অসমীয়া সাহিত্যৰ ইতিবৃত্ত—ডঃ সত্যেন্দ্ৰ নাথ শৰ্মা।

'দৰঙ্গ ৰাজবংশাৱলী'ত কোচ ৰজাসকলৰ উৎপত্তিৰ বৰ্ণনা পৰিৱেশন কৰা হৈছে। এই গ্ৰন্থখনত সন্নিবিষ্ট হোৱা বিষয়বস্তুৰ আভাস তলত দিয়া হ'ল :

পৰশুৰামৰ কাহিনী

পূৰ্বকালত চন্দ্ৰবংশীয় ৰজা হৈহৈয়ৰ পুত্ৰ সহস্ৰাৰ্জুন নামেৰে এজন ৰজা আছিল। এদিনাখন তেওঁ সৈন্য-সামন্তৰ সৈতে মৃগয়া কৰিবলৈ গৈছিল। মৃগয়া কৰি থাকোঁতে ৰাতি হ'ল। সেই বাবে ৰজা সহস্ৰাৰ্জুন সৈন্য-সামন্তৰ সৈতে গৈ পৰশুৰামৰ পিতৃ যমদগ্নি ঋষিৰ আশ্ৰমত উপস্থিত হ'ল। যমদগ্নিৰ কামধেনু নামৰ এজনী গাইগৰু আছিল। এই গাইজনীক যি খোজা হৈছিল তাকে পোৱা গৈছিল। যমদগ্নিয়ে এই গাইজনীৰ সহায়ত সৈন্য-সামন্তৰ সৈতে ৰজা সহস্ৰাৰ্জুনক ৰাজকীয় অভ্যৰ্থনা কৰিলে। কামধেনুৰ প্ৰতি সহস্ৰাৰ্জুনৰ লোভ লাগিল। যমদগ্নিৰ বাধা-নিষেধলৈ কৰ্ণপাত নকৰি ৰজাই জোৰপূৰ্বক গাইজনী লৈ গ'ল। পৰশুৰাম গৃহলৈ প্ৰত্যাৱৰ্তন কৰাৰ লগে লগে তেওঁ কামধেনু হৰণৰ বৃত্তান্ত পিতৃমুখৰপৰা শুনি, পৰম ক্ৰোধান্বিত হৈ সহস্ৰাৰ্জুনক বধ কৰি কামধেনু লৈ আহিল। পৰশুৰাম আকৌ তীৰ্থভ্ৰমণ কৰিব'ল যোৱাৰ লগে লগেই সুবিধা বুজি, সহস্ৰাৰ্জুনৰ পুত্ৰইত চোৰৰ নিচিনাকৈ গৈ তপস্যাৰত যমদগ্নিক বধ কৰি আকৌ গাইজনী লৈ আহিল। পৰশুৰাম তীৰ্থভ্ৰমণৰপৰা ঘূৰি আহি, পিতৃ হত্যাৰ বাতৰি শুনি খঙত অগ্নিশৰ্মা হৈ, ধৰিত্ৰীৰ বুকু নিক্ষত্ৰিয় কৰিবলৈ প্ৰতিজ্ঞাবদ্ধ হৈ একৈশবাৰ পৃথিৱী পৰ্যটন কৰি ক্ষত্ৰিয়সকলক বধ কৰিলে। ইয়াৰে ১২ জন ক্ষত্ৰিয় ৰাজপুত্ৰ পলাই গৈ চিকনাবাৰীত থাকিল ; আৰু নিজক লুকাই ৰাখিবৰ বাবে মেচিনী বিয়া কৰাই মেচ ৰূপে থাকিল। এই বাৰজন ক্ষত্ৰিয়ৰপৰা অসংখ্য পুত্ৰ সন্তানৰ জন্ম হ'ল। এইসকলৰ ভিতৰত শ্ৰেষ্ঠ আছিল হাৰিয়ামণ্ডল। হাৰিয়ামণ্ডলৰ পত্নী আছিল হীৰা। মহাদেৱে হাৰিয়ামণ্ডলৰ ৰূপ গ্ৰহণ কৰি হীৰাক ৰমণ কৰে আৰু তাৰ পৰিণতি স্বৰূপে বিশুৰ জন্ম হয়। প্ৰথম বিহুৰ দিনা জন্ম হোৱা বাবে শিশুটোৰ নাম বিশু ( বিষু ) ৰখা হৈছিল।

হাৰিয়ামণ্ডল
বিশু নাইৰা
বিশ্বসিংহ

বিশু শৈশৱৰেপৰা বৰ সাহসী আছিল। লাহে লাহে বিশুই গৰু চৰাব পৰা হ'ল। গৰখীয়াসকলে বিশুক বৰগৰখীয়া পাতিলে। প্ৰবল, পৰাক্ৰমী বিশুই ওচৰ চুবুৰীয়া ভূঞাসকলক পৰাস্ত কৰিলে। ঔগুৰি, লুকি, ফুলগুৰি আৰু বিজনীৰ ভূঞাসকলক এজনৰ পিছত এজনকৈ বিশুই পৰাজয় কৰি বিস্তীৰ্ণ ভূখণ্ডৰ অধিপতি হ'ল, যি ভূখণ্ডৰ পশ্চিমে কৰতোৱা নদী আৰু পূবে বৰনদী আছিল। ৰজা হৈ বিশুই বিশ্বসিংহ নাম

গ্ৰহণ কৰে। বিশ্বসিংহৰ ভ্ৰাতৃৰ নাম আছিল শিশু। শিশুক যুৱৰাজ পতা হয়। সেইদিন ধৰি তেওঁৰ নাম নৰসিংহ হয়। কাজি, মন্ত্ৰী, সেনাপতি, বিপ্ৰ, দৈৱজ্ঞ, বৈদ্য, তামূলী, বাৰুনি, ভণ্ডাৰী, মজিন্দাৰ, চাৰ, দ্বাৰী, ঠাকুৰীয়া, শইকীয়া, হাজৰিকা, উমৰা, নবাব আদি বিষয়া ৰজা বিশ্বসিংহই নিজেই নিৰ্বাচন কৰি ৰাজ্য শাসনৰ সুব্যৱস্থা কৰিলে। ইয়াৰ পিছত বিশ্বসিংহই সৈন্য-সামন্ত আৰু অস্ত্ৰ-শস্ত্ৰেৰে সুসজ্জিত হৈ আহোম স্বৰ্গদেৱক পৰাজয় কৰাৰ আশাৰে গড়গাঁও অভিমুখে যাত্ৰা কৰে; কিন্তু খৰচৰ অভাৱ হোৱা হেতু আহোম স্বৰ্গদেৱৰ সৈতে যুদ্ধ নকৰাকৈয়ে তেওঁ প্ৰত্যাৱৰ্তন কৰে। বিশ্বসিংহই বিভিন্ন ঠাইৰপৰা ১৮ জনী পত্নী বিয়া কৰাইছিল, যেনে—নেপালৰ ৰত্নকান্তি; গৌড়ৰ হেমপ্ৰভা আৰু পদ্মাৱতী; কামৰূপৰ চন্দ্ৰকান্তি, পূৰ্ণকান্তি, হেমকান্তি আৰু ৰতি; কাশ্মীৰৰ তিলোত্তমা; কাশীৰ চন্দ্ৰা, চন্দ্ৰাননা, জয়া, বিজয়া আৰু জয়ন্তী; শোণিতপুৰৰ ললিতা, লাৱণ্যৱতী, পদ্মমালা; মিথিলাৰ শতৰূপা আৰু কাঞ্চনমালিনী। এই অষ্টাদশ মহিষীৰপৰা অষ্টাদশ কুমাৰৰ জন্ম হয়। তেওঁলোক হৈছে—নৰসিংহ, নৰনাৰায়ণ (মল্লদেৱ), শুক্লধ্বজ (চিলাৰাই), গোহাঁইকমল, ময়দান, ৰামচন্দ্ৰ, সুৰসিংহ, হৰিসিংহ, মেচা, বৃষকেতু, ৰামনাৰায়ণ, অনন্ত, দীপসিংহ, হেমধৰ, মেঘনাৰায়ণ, জগত, ৰূপচাঁদ আৰু সূৰ্য। পিতৃ বিশ্বসিংহই পুত্ৰসকলৰ মাজত ভৱিষ্যতে যাতে ৰাজসিংহাসনৰ বাবে অসন্তুষ্টি ভাবৰ সৃষ্টি নহয় তদৰ্থে বিশেষ এক পৰীক্ষাৰদ্বাৰা কৰ্ম বিভাজন কৰি প্ৰত্যেকজন পুত্ৰকে সেই সেই কামবোৰ সম্পাদন কৰিবলৈ নিৰ্দেশ দিয়ে। নৰসিংহক বিদেশত ৰজা হবলৈ, মল্লদেৱক কোচৰাজ্যত ৰজা হবলৈ, শুক্লধ্বজক যুৱৰাজ হবলৈ, গোহাঁইকমলক আলি-পদূলি, মঠ-মন্দিৰ আদি নিৰ্মাণ কৰিবলৈ, ৰামচন্দ্ৰক ভাণ্ডাৰী হবলৈ, ময়দানক শিল-সাকো নিৰ্মাণ কৰিবলৈ, মেচাক বন্দুকী হবলৈ, সুৰসিংহক সোণাৰী হবলৈ, বৃষকেতুক কমাৰ-কঁহাৰৰ দায়িত্ব লবলৈ, হৰিসিংহক গায়ন-বায়নৰ দায়িত্ব লবলৈ, ৰামনাৰায়ণক সত্ৰ-সভা চলাবলৈ, অনন্তক তেলীসকলৰ অধিকাৰী হবলৈ, দীপসিংহক হস্তী, ঘোঁড়া, গৰু, পশু-পক্ষীৰ দায়িত্ব লবলৈ, হেমধৰক ব্ৰাহ্মণসকলৰ নীতি প্ৰৱৰ্তাবলৈ, মেঘনাৰায়ণক ধোবা, তাঁতী, জোলা আদিৰ অধিকাৰী হবলৈ, সূৰ্যবৰক বেপাৰ-বণিজৰ দায়িত্ব লবলৈ, জগতক দেৱালয়বোৰ চাবলৈ আৰু ৰূপচাঁদক সন্ন্যাসী, বৈৰাগী, দুখী, ভিক্ষী, দেশান্তৰী আদিৰ দায়িত্ব লবলৈ পিতৃ বিশ্বসিংহই নিৰ্দেশ দিলে। মল্লদেৱ আৰু শুক্লধ্বজক অধ্যয়নৰ বাবে বাৰাণসীলৈ (কাশী) পঠালে। ২৫ বছৰ ৰাজত্ব কৰাৰ পিছত বিশ্বসিংহ মৃত্যুৰ মুখত পৰে।

বিশ্বসিংহৰ মৃত্যুৰ লগে লগে নৰসিংহ কোচৰাজ্যৰ সিংহাসনত বহিল। মল্লদেৱ আৰু শুক্লধ্বজে (সংগ্ৰামসিংহ) এই খবৰ পোৱাৰ লগে লগে বাৰাণসীৰপৰা গৃহাভিমুখে অগ্ৰসৰ হ'ল। মল্লদেৱ আৰু শুক্লধ্বজৰ হাতত নৰসিংহ পৰাজিত হৈ পলাই গৈ ভোটান পায়গৈ আৰু তাত তেওঁ ভোটৰ ৰজা হৈ থাকে।

নৰসিংহ

পিতৃৰ আজ্ঞানুসৰি নৰনাৰায়ণ কোচ ৰাজ্যৰ ৰজা হ'ল। ৰজা হোৱাৰ পিছতে তেওঁ আহোম ৰাজ্য আক্ৰমণ কৰিবলৈ প্ৰয়াস কৰি কোচবেহাৰৰপৰা পৰশুকুণ্ডলৈ পথ নিৰ্মাণ কৰিবলৈ ভ্ৰাতৃ গোঁহাইকমলক নিৰ্দেশ দিয়ে। গোঁহাইকমলে দিনে-ৰাতিয়ে অশেষ পৰিশ্ৰম কৰি এবছৰৰ ভিতৰত পথটো নিৰ্মাণ কৰে। শুক্লধ্বজৰ নেতৃত্বত বিৰাট সৈন্যবাহিনী এটিৰ সৈতে নৰনাৰায়ণ আহোম স্বৰ্গদেৱৰ বিৰুদ্ধে অগ্ৰসৰ হ'ল। কোনো বাধা নোপোৱাকৈ কোচ সৈন্যবাহিনী গড়গাঁওত প্ৰৱেশ কৰিলেগৈ। ভীতি-বিহ্বল হৈ আহোম স্বৰ্গদেৱ 'চৰাইখোৰঙ্গ'লৈ পলাই গুচি গ'ল। সংগ্ৰামসিংহই, ঘোঁৰাৰ পিঠিত উঠি থাকিয়েই জঁাপমাৰি ভৈৰৱী নদী পাৰ হোৱা বাবে আহোমসকলৰপৰা তেওঁ চিলাৰাই উপাধি লাভ কৰে। সৈন্য-সামন্তৰ সৈতে ৰজা নৰনাৰায়ণ এবছৰ কাল গড়গাঁওত বাস কৰে। তেতিয়ালৈকে আহোম স্বৰ্গদেৱো লুকাই থাকিল। অৱশেষত নৰনাৰায়ণে স্বৰ্গদেৱৰ ওচৰলৈ দূত পঠিয়ালে—হয় আহোম স্বৰ্গদেৱে নৰনাৰায়ণৰ লগত যুদ্ধ দিয়ক, নহয়তো তেওঁ কোচ ৰজাৰ সাৰ্বভৌমত্ব স্বীকাৰ কৰক। আহোম ৰজাই দূতৰ হাতত নৰনাৰায়ণৰ ওচৰলৈ উপঢৌকন পঠিয়াই কোচৰজাৰ সাৰ্বভৌমত্ব স্বীকাৰ কৰিলে। ইয়াৰ পিছত চিলাৰায়ে হেড়ম্বৰ ৰজা হেৰম্বেশ্বৰক কোচৰাজ্যৰ অধীনলৈ আনি ক্ষিপ্ৰগতিৰে মণিপুৰ অভিমুখে যাত্ৰা কৰে। মণিপুৰৰ ৰজাই বিনাযুদ্ধে কোচৰজাৰ বৈশ্যতা স্বীকাৰ কৰে। জয়ন্তা ৰজাক যুদ্ধত পৰাস্ত কৰি চিলাৰাই জয়ন্তাৰাজ্য কোচৰাজ্যৰ অঙ্গীভূত কৰে। কোচ ৰাজশক্তিৰ ওচৰত ত্ৰিপুৰা ৰজা, খৈৰামৰ ৰজা, ডুমৰুৱা দেশৰ নৰপতি মৃগকাঙ্ক, চিৰাঠৰ (চিলেটৰ) ৰজা আদিয়ে বৈশ্যতা স্বীকাৰ কৰিবলৈ বাধ্য হ'ল। চিলেটৰাজ্য পৰাজয় কৰাৰ পিছত কোচ সৈন্যবাহিনী নীলাচল পাহাৰত উপস্থিত হয়। ইতিমধ্যে কালাপাহাৰে কামাখ্যা মন্দিৰ ধ্বংস কৰে। নৰনাৰায়ণ আৰু চিলাৰাই উভয়ে কামাখ্যাদেৱীৰ ভগ্ন মঠ-মন্দিৰ দেখা পালে। নৰনাৰায়ণে কামাখ্যা মন্দিৰ, পুনৰ্নিৰ্মাণ কৰাৰ বিষয়ে

নৰনাৰায়ণ আৰু চিলাৰায়

নৰনাৰায়ণ চিলাৰাইৰ ৰাজ্য জয়

ভাবিছিল ; কিন্তু প্ৰথমতে গৌড়ৰাজ্য আক্ৰমণ কৰিবলৈহে তেওঁ ভ্ৰাতৃ চিলাৰাইক নিৰ্দেশ দিলে। ৰজা নৰনাৰায়ণৰ নিৰ্দেশানুক্ৰমে অসংখ্য সৈন্যবাহিনীৰে সৈতে চিলাৰাই গৌড় অভিমুখে যাত্ৰা কৰি কেইদিনমানৰ ভিতৰতে গৌড় ৰাজ্যত উপনীত হ'লগৈ। গৌড় ৰাজ্যৰ সৈন্যবাহিনীৰ লগত প্ৰবল-বিক্ৰমেৰে ১০ দিন যুদ্ধ কৰি অৱশেষত চিলাৰাই বন্দী হয়। চিলাৰাই বন্দী হোৱাৰ কেইদিনমানৰ মূৰতে গৌড়ৰ পাৎছাৰ মাতৃক সৰ্পই দংশন কৰে। গৌড় ৰাজ্যত থকা বৈদ্যসকলে পাৎছাৰ মাতৃক আৰোগ্য কৰিবলৈ যৎপৰনাস্তি চেষ্টা চলালে, কিন্তু সকলো চেষ্টা ব্যৰ্থ হ'ল। মন্ত্ৰৰ সহায়ত চিলাৰায়ে পাৎছাৰ মাতৃক আৰোগ্য কৰিলে। ইয়াৰ ফল স্বৰূপে পাৎছাৰ মাতৃৰে চিলাৰাইক পুত্ৰ স্বৰূপে গ্ৰহণ কৰিলে। মুক্তি লাভ কৰি চিলাৰাই স্বদেশাভিমুখে যাত্ৰা কৰিলে। ঠিক সেই সময়তে নৰনাৰায়ণ আৰু চিলাৰাই উভয়ে মেঘামুকডুমক কামাখ্যাদেৱীৰ মন্দিৰ পুনৰ্নিৰ্মাণ কৰিবলৈ নিৰ্দেশ দিয়ে। তদনুক্ৰমে মেঘামুকডুমে খিউত ইটা ভাজি, কৰালৰ সহায়ত সেই ইটা গাঁথি মন্দিৰ নিৰ্মাণ কৰিলে। নৰনাৰায়ণে ম'হ, ছাগলী, হাঁহ-পাৰ, মাছ-কাছ আৰু হৰিণ বলি দি 'চতুঃষষ্ঠি উপচাৰে'ৰে কামাখ্যাদেৱীক পূজা কৰিলে।

গৌড়ৰ পাৎছাৰ লগত যুদ্ধ আৰু চিলাৰাই বন্দী

চিলাৰাইৰ মুক্তি

কামাখ্যা মন্দিৰ পুনৰ্নিৰ্মাণ

ৰজা নৰনাৰায়ণে বহুতো আলি-পদূলি, মঠ-মন্দিৰ নিৰ্মাণ কৰাইছিল। আলিৰ দাঁতিত বাটৰুৱাই ৰ'দত জিৰাবৰ বাবে গছ-গছনি ৰোৱাই দিছিল। প্ৰজা আৰু বাটৰুৱাৰ সুবিধাৰ নিমিত্তে বহুতো পুখুৰী খন্দাই দিছিল। ভ্ৰমণকাৰী, বাটৰুৱা আদিৰ বাবে অন্নশালা, পানীশালা আদি নিৰ্মাণ কৰাইছিল।

নৰনাৰায়ণৰ প্ৰজা-হিতকৰ কাম

সম্ৰাট আকবৰৰ সৈতে সম্মিলিত হৈ নৰনাৰায়ণে গৌড়ৰাজ্য অধিকাৰ কৰে আৰু উভয়ৰে মাজত গৌড় ৰাজ্য ভগাই লয়। গঙ্গানদী, মোগল সাম্ৰাজ্য আৰু কোচৰাজ্যৰ সাধাৰণ সীমা হিচাপে ধৰি লোৱা হয়।

গৌড়ৰাজ্য অধিকাৰ

ৰজা নৰনাৰায়ণ কেৱল পৰাক্ৰমী আৰু প্ৰজাৰঞ্জক ৰজাই নাছিল। তেওঁ কলা-কৃষ্টি আৰু ভাষা-সাহিত্যৰ প্ৰেমিকো আছিল। ৰজা নৰনাৰায়ণে গৌড়-কামৰূপত যিমানবিলাক পণ্ডিত আছিল সকলোকে পৰম শ্ৰদ্ধা আৰু আদৰেৰে সৈতে মাতি আনি 'সত্ৰ-দেৱাল' পাতিছিল। পূৰ্ব শাস্ত্ৰাদি' নব্যভাৱে ৰচনা কৰিবলৈ সেই পণ্ডিতসকলক তেওঁ অনুৰোধ কৰিছিল।

সাহিত্য চৰ্চা

পুৰুষোত্তম ভট্টাচাৰ্যক ৰত্নমালা ব্যাকৰণ ৰচনা কৰিবলৈ, ৰাম সৰস্বতীক ভাৰতৰ পদ ৰচনা কৰিবলৈ, শঙ্কৰদেৱক দ্বাদশ স্কন্ধ ভাগৱত ৰচনা কৰিবলৈ, শ্ৰীধৰক 'জ্যোতিষ •ভাণ্ডি' সাধ্যখণ্ড ৰচনা কৰিবলৈ, বকুল কায়স্থক 'লীলাৱতী' নামৰ গণিতৰ শাস্ত্ৰ ৰচনা কৰিবলৈ অনুৰোধ কৰে। নৰনাৰায়ণে শঙ্কৰদেৱ, দামোদৰদেৱ আদি সন্ত-মহন্তসকলক শ্ৰৱণ কীৰ্তন নাম ধৰ্ম প্ৰচাৰ কৰিবলৈ অনুৰোধ কৰে। নৰনাৰায়ণৰ নিচিনাকৈ চিলাৰায়ো সংস্কৃত ভাষাত পণ্ডিত আছিল।

চিলাৰাইৰ মৃত্যুৰ পিছলৈকে নৰনাৰায়ণৰ পুত্ৰ সন্তান জন্ম হোৱা নাছিল। চিলাৰাইৰ পুত্ৰ ৰঘুদেৱনাৰায়ণকে তেওঁ নিজৰ পুত্ৰ স্বৰূপে লালন-পালন কৰিছিল।

লক্ষ্মীনাৰায়ণৰ জন্ম

ৰঘুদেৱনাৰায়ণ যুৱক হোৱাৰ সময়তহে নৰনাৰায়ণৰ পুত্ৰ সন্তান এটিৰ জন্ম হৈছিল। সেই সন্তানটিৰ নাম ৰখা হৈছিল লক্ষ্মীনাৰায়ণ। লক্ষ্মীনাৰায়ণ জন্ম নোহোৱালৈকে ৰঘুদেৱে নিজকে কোচৰাজ্যৰ ভবিষ্যত উত্তৰাধিকাৰী বুলি ভাবিছিল। লক্ষ্মীনাৰায়ণ জন্ম হোৱাৰ লগে লগে ৰঘুদেৱনাৰায়ণৰ সেই আশা নোহোৱা হৈ পৰিল। সেই বাবে প্ৰতাৰণাৰ

ৰঘুদেৱনাৰায়ণ

সহায় লৈ ৰঘুদেৱনাৰায়ণে কিছুমান সৈন্য-সামন্ত লগত লৈ কোচবেহাৰৰ পূবফালে অগ্ৰসৰ হৈ বিজয়পুৰত ৰাজধানী পাতিলেগৈ। নৰনাৰায়ণে ৰঘুদেৱক মাতি পঠিয়াইছিল, কিন্তু তেওঁ কোচবেহাৰলৈ নাহিল। সেই সময়তে ৰঘুদেৱে বাহিৰবন্ধ আক্ৰমণ কৰে। ইয়াৰ ফলস্বৰূপে নৰনাৰায়ণে ৰঘুদেৱৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰে। নৰনাৰায়ণৰ লগত যুদ্ধ কৰিবলৈ অসমৰ্থ হৈ ৰঘুদেৱে তেওঁৰ পত্নীসকলক সৈনিকৰ পোচাক পিন্ধাই ঘোঁৰাত তুলি ৰণলৈ পঠালে। ৰঘুদেৱৰ তেনে কাৰ্যত নৰনাৰায়ণ নিজে লজ্জিত হৈ যুদ্ধ পৰিত্যাগ কৰিলে আৰু পুত্ৰবধূসকলক ঘৰলৈ যাবলৈ নিৰ্দেশ দিলে। নৰনাৰায়ণে ৰঘুদেৱ আৰু লক্ষ্মীনাৰায়ণৰ মাজত কোচৰাজ্য ভগাই দিয়ে। সোণকোষ নদী উভয় ৰাজ্যৰ সাধাৰণ সীমা হিচাপে গ্ৰহণ কৰা হয়।

ৰঘুদেৱনাৰায়ণৰ পৰীক্ষিতনাৰায়ণ, বলিনাৰায়ণ (ধৰ্মনাৰায়ণ) আদি কেইবাজনো পুত্ৰ আছিল। ৰঘুদেৱে ৩২ বছৰ ৰাজত্ব কৰি মৃত্যুৰ মুখত পৰে। ইয়াৰ

পৰীক্ষিতনাৰায়ণ

পিছত পৰীক্ষিতনাৰায়ণ ৰজা হয়। পূৰ্বৰ চুক্তি ভঙ্গ কৰি পৰীক্ষিতনাৰায়ণে বাহিৰবন্ধ আক্ৰমণ কৰে। লক্ষ্মীনাৰায়ণেও পৰীক্ষিতনাৰায়ণৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰে। এই যুদ্ধত লক্ষ্মীনাৰায়ণ পৰাজিত হয় আৰু তেওঁ সকু ভ্ৰাতৃকো চিৰদিনৰ বাবে হেৰুৱায়। লক্ষ্মীনাৰায়ণে ভনীয়েকক সম্ৰাট

আকবৰলৈ বিয়া দিয়ে আৰু তেওঁৰ সহায় ভিক্ষা কৰে। সম্রাট আকবৰে পৰাণসুভা আৰু মক্রম খাঁৰ নেতৃত্বত এদল সৈন্যবাহিনী দি পৰীক্ষিতক জীয়াই জীয়াই বন্দী কৰি আকবৰৰ ওচৰলৈ লৈ আহিবলৈ নির্দেশ দি পঠিয়ালে। মোগল সৈন্যৰ হাতত পৰীক্ষিতনাৰায়ণ বন্দী হয়। সম্রাট আকবৰে লক্ষ্মীনাৰায়ণ আৰু পৰীক্ষিতনাৰায়ণৰ মাজত মিত্রতা স্থাপন কৰি উভয়কে গৃহাভিমুখে পঠিয়ালে ; কিন্তু এলাহাবাদত পৰীক্ষিতনাৰায়ণ মৃত্যুৰ মুখত পৰে।

আকবৰৰ ওচৰত সহায় ভিক্ষা

পৰীক্ষিতনাৰায়ণক মোগল সৈন্যই বন্দী কৰি নিয়াৰ সময়তেই তেওঁৰ ভ্রাতৃ বলিনাৰায়ণে বিজয়নগৰত থকা উচিত নহয় যেন ভাবি দৰংৰাজ্য অভিমুখে যাত্রা কৰে। তেওঁ আহোম স্বর্গদেৱৰ লগত মিত্রতা স্থাপন কৰে। আহোম স্বর্গদেৱে সোণাৰীৰ জীয়ৰী এজনীৰ লগত বলিনাৰায়ণৰ বিয়া পাতি দিয়ে আৰু যৌতুক স্বৰূপে তেওঁক দৰঙ্গ ৰাজ্য দান কৰে। মোগলক তেওঁৰ ৰাজ্যৰপৰা খেদি পঠিয়াবলৈ বলিনাৰায়ণ আহোম স্বর্গদেৱৰ ওচৰত প্রতিজ্ঞাবদ্ধ হয়। বলিনাৰায়ণ বৰ ধার্মিক আছিল সেই বাবে তেওঁক ধর্ম-নাৰায়ণো বোলা হৈছিল। ইয়াৰ এবছৰৰ পিছত আহোম স্বর্গদেৱৰ সামৰিক সাহায্য লাভ কৰি বলিনাৰায়ণে মোগলক পৰাজয় কৰি নিজ ৰাজ্যৰপৰা খেদি পঠিয়ায়।

বলিনাৰায়ণ বা ধৰ্মনাৰায়ণ

এইখিনিতেই 'দৰঙ্গ ৰাজবংশাৱলী'খন হঠাতে সমাপ্তি লাভ কৰিছে। সম্ভৱ এই পুথিখনৰ শেষৰ ফালৰ পাত কিছুমান নষ্ট হৈ গৈছে ; হয়তো কিছুদিনৰ পিছত কবিয়ে গ্রন্থখনি সম্পূর্ণ কৰাৰ কথা ভাবিছিল ; কিন্তু সময়ত সি হৈ নুঠিল। 'দৰঙ্গ ৰাজবংশাৱলী', ঐতিহাসিক কাব্য হলেও ৪০০ বছৰৰ পূর্বে বিশ্বসিংহই স্থাপন কৰা কোচৰাজ্য আৰু এই ৰাজ্যৰ ৰজাসকলৰ নিখুঁত আৰু নির্ভুল বর্ণনা সংৰক্ষিত হৈছে। সেই ফালৰপৰা এই গ্রন্থখনিৰ ঐতিহাসিক মূল্য যথেষ্ট। অৱশ্যে গ্রন্থখনিৰ আৰম্ভণিতে পৰশুৰামে সমস্ত বসুন্ধৰা নিক্ষত্রিয় কৰা আৰু শিৱ-বীর্যৰপৰা বিশ্বসিংহৰ জন্ম হোৱাৰ বৃত্তান্তৰ কোনো ঐতিহাসিক মূল্য নাই। "এই অংশৰ a certain disregard of facts and wild exaggeration লক্ষ্য কৰি গেইটে পুথিখনৰ বর্ণনা বুৰঞ্জীবোৰৰ দৰে নির্ভৰযোগ্য নহয় বুলি কৈছে। কিন্তু ধর্মানুৰাগ অনুপ্রাণিত এনে অংশবোৰ বাদ দিলে বংশাৱলীখনিৰ ঐতিহাসিক মূল্য খপা সোণৰ দৰে ওলাই পৰিব[১]।"

**দৰঙ্গ ৰাজবংশাৱলীৰ বিশেষত্ব ঃ**

বলদেৱ সূর্যখড়ি দৈৱজ্ঞৰদ্বাৰা ৰচিত 'দৰঙ্গ ৰাজবংশাৱলী' বিশেষত্ব সম্বলিত এখনি

(১) অসমীয়া সাহিত্যৰ ৰূপৰেখা—ডঃ মহেশ্বৰ নেওগ।

ঐতিহাসিক কাব্য। এই কাব্যখনিত কোচৰাজ্য আৰু ৰজাসকলৰ বৰ্ণনা পৰিৱেশন কৰাৰ বাহিৰেও ইয়াত সেই সময়ৰ ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ আদিৰ বৰ্ণনা সন্নিবিষ্ট কৰা হৈছে; লগতে সেইকালৰ ঐতিহাসিক, ৰাজনৈতিক, সাংস্কৃতিক, অৰ্থনৈতিক, কলা-কৃষ্টি, শিক্ষা-দীক্ষা, জ্যোতিষ, পুৰস্কাৰ আৰু শাস্তি, মঠ-মন্দিৰ, বানপানী, মাৰি-মৰক, অপায়-অমঙ্গল, জাতি-উপজাতি, পূজা-পাতল, উৎসৱ-অনুষ্ঠান আদিৰ মধুৰ বৰ্ণনা সংৰক্ষিত হৈছে। সেই ফালৰপৰা 'দৰঙ্গ ৰাজবংশাৱলী' এখন অনুপম কাব্য।

সেই সময়ত আহোমসকলক 'অসম' বোলা হৈছিল। বিশ্বসিংহৰ দিনত যুদ্ধৰ প্ৰধান অস্ত্ৰ স্বৰূপে বন্দুক ব্যৱহাৰ কৰা হৈছিল। নেপাল, গৌড়, কাশ্মীৰ, কাশী, মিথিলা আদিৰ লগত প্ৰাচীন কালৰেপৰা যে অসমৰ লগত বৈবাহিক, সাংস্কৃতিক, ৰাজনৈতিক আদিৰ ক্ষেত্ৰত সম্বন্ধ ৰক্ষিত হৈ আহিছিল তাৰ আভাস, বিশ্বসিংহই বিভিন্ন ৰাজ্যৰ লগত স্থাপন কৰা বৈবাহিক সম্বন্ধৰপৰাই বুজিব পাৰি। ৰাজপুত্ৰসকলে যে সেই সময়ত ৰাজ্যৰ যাবতীয় সৰু-বৰ সকলো কাৰ্য সম্পাদন কৰিব লাগিছিল তাৰ আভাস বিশ্বসিংহই তেওঁৰ অষ্টাদশ পুত্ৰৰ মাজত কামৰ ভাগ কৰি দিয়াৰপৰা উপলব্ধি কৰিব পাৰি। নৰনাৰায়ণৰ সময়ত মণিপুৰক 'মগল' দেশ আৰু 'চিলেট' জিলাক 'চিৰাঠ' দেশ বোলা হৈছিল। কালাপাহাৰে কামাখ্যাদেৱীৰ মন্দিৰ ধ্বংস কৰাৰ আভাসো 'দৰঙ্গ ৰাজবংশাৱলী'য়ে আমাক দিয়ে। আকবৰৰ লগত মিত্ৰতা স্থাপন কৰি গৌড় ৰাজ্য জয় কৰিবলৈ যোৱাৰপৰা নৰনাৰায়ণ-চিলাৰায়ৰ পৰৰাষ্ট্ৰনীতি যে উচ্চখাপৰ আছিল তাৰ আভাস পোৱা যায়। সেই সময়ত বৰ্তমান বঙ্গদেশৰ সু-বিস্তৃত এটি অঞ্চল অসমৰ অন্তৰ্গত আছিল।

বিশ্বসিংহ তথা নৰনাৰায়ণৰ সময়ত শিক্ষা-দীক্ষাৰ প্ৰতি মানুহৰ গভীৰ অনুৰাগ আছিল। দেশ-ভাষা অধ্যয়ন কৰাৰ বাহিৰেও বিদেশলৈ গৈ হলেও সংস্কৃত ভাষাত উচ্চ শিক্ষা গ্ৰহণ কৰা হৈছিল। উদাহৰণ স্বৰূপে আমি বিশ্বসিংহৰ পুত্ৰ মল্লদেৱ আৰু শুক্লধ্বজলৈ আঙুলিয়াব পাৰোঁ। মল্লদেৱ আৰু শুক্লধ্বজ উভয়কে উচ্চ শিক্ষা লাভ কৰিবৰ নিমিত্তে বাৰাণসীলৈ পঠোৱা হৈছিল। পঢ়িব লগীয়া বিষয়ৰ পৰিসৰ বৰ ব্যাপক ধৰণৰ আছিল। সেই বিষয়বোৰ হৈছে: ব্যাকৰণ, পুৰাণ, শ্ৰুতি, স্মৃতি, মীমাংসা, ধনুৰ্বেদ, অথৰ্ববেদ, জ্যোতিৰ্বেদ, তৰ্কশাস্ত্ৰ। ইয়াৰ বাহিৰেও সম-দম-দায়া-ভেদ-ন্যায়-নীতি ইত্যাদিৰ বিষয়েও অধ্যয়ন কৰিব লাগিছিল। মল্লদেৱ আৰু শুক্লধ্বজে বাৰাণসীত ব্ৰহ্মানন্দ সন্ন্যাসীৰ তলত ওপৰোল্লিখিত বিষয়বোৰ পঢ়িছিল। যেনে—

"সন্ন্যাসীও দায়া কৰি দুহাক্কো ৰাখিলা।
গুৰুৰ বচনে দুয়ো শাস্ত্ৰ অভ্যাসিলা॥
ব্যাকৰ্ণ পুৰাণ শ্ৰুতি স্মৃতি মীমাংসাৰ।
শিকিলন্ত অস্ত্ৰ শস্ত্ৰ অথৰ্ব বেদৰ॥
সম-দম দায়া-ভেদ ন্যায়-নীতি যত।
জ্যোতিৰ্বেদ তৰ্কশাস্ত্ৰ শিকে নানামত॥"

বিশ্বসিংহ-নৰনাৰায়ণ আদি ৰজাসকলৰ দিনত যোগ্যজনক বিদৰে উপযুক্ত পুৰস্কাৰ দিয়া হৈছিল তেনে দৰে গুৰুতৰ দণ্ডবিধানো কৰা হৈছিল। ব্ৰাহ্মণক দণ্ডবিধান প্ৰায়ে কৰা নহৈছিল। ভুলক্ৰমে যদি কোনো ব্ৰাহ্মণ কেতিয়াবা দণ্ডিত হয়, তাৰ বাবে দণ্ডবিধানকাৰী প্ৰায়শ্চিত্ত হব লগীয়া হৈছিল। নাৰায়ণ চক্ৰৱৰ্তী নামৰ পণ্ডিত ব্ৰাহ্মণ এজনক ৰজা নৰনাৰায়ণে অজানিতে দণ্ডবিধান কৰাৰ বাবে তেওঁ প্ৰায়শ্চিত্ত হব লগীয়া হৈছিল—

"ৰাজা বোলে বিষ্ণু বিষ্ণু কৃষ্ণ ভয়হাৰি।
পাপ কৰাইলন্ত মোক অজ্ঞান দুৰাৰী॥
এহি বুলি ব্ৰাহ্মণক কৰিলা সন্মান।
দুইশত স্বৰ্ণক কৰিলন্ত দান॥
পাঞ্চ সহস্ৰেক ৰূপ দিলা ভাল চাই।
অপৰাধ ক্ষমা মোক ব্ৰাহ্মণ গোসাই॥"

'দৰঙ্গ ৰাজবংশাৱলী'য়ে আমাক সেই সময়ত অসম দেশত বাস কৰা নানা জাতি-উপজাতি আৰু সেইবিলাকৰ বিভিন্ন কৰ্মাদিৰ আভাস আমাক দিয়ে। সেই সময়ত অসমত মেচ, কুবাচ, কছাৰী, ব্ৰাহ্মণ, দৈৱজ্ঞ, ক্ষত্ৰিয়, শূদ্ৰ, বৈশ্য আদি নান্না জাতি উপজাতিয়ে বাস কৰিছিল। ব্ৰাহ্মণবিলাকে বেদ পঢ়িছিল, দৈৱজ্ঞই গ্ৰহ গণনা কৰিছিল। বৈষ্ণৱসকলে নাম-কীৰ্তন কৰিছিল, নট-ভাট আদিয়ে কীৰ্তন কৰিছিল, যবন-ফাৰ্চি ইত্যাদিয়ে কোৰাণ পাঠ কৰিছিল। বৈশ্যই বেপাৰ-বণিজ কৰিছিল আৰু কৃষকসকলে হৃষ্টচিত্তে কৃষি কৰ্মত মনোনিবেশ কৰিছিল। ইয়াৰ বাহিৰেও দেওধাই, নট-নটী আদিয়ে নিজ নিজ কাম আনন্দমনেৰে কৰিছিল।

সেই সময়ৰ মানুহবিলাক আত্মনিৰ্ভৰশীল আছিল। নিজৰ আৱশ্যকীয় সকলো কাম নিজেই কৰি লৈছিল। নিজৰ দেশৰ মানুহৰদ্বাৰাই ৰাজ্যৰ সকলো কাম কৰা হৈছিল। ৰজাঘৰীয়াভাৱে বন্দুকী, সোণাৰী, কমাৰ, কঁহাৰ, কুমাৰ, গায়ন-বায়ন,

তেলী, ধোবা, জোলা, তাঁতী, খেতিয়ক, ৰজক, তন্তুবায়, চমাৰ, মুচিয়াৰ, হাৰী, নাপিত, মালী, শিলাকুটি, সূতাৰ, বাঢ়ই, শিল্পকাৰ, চূণেৰী, হিৰা, কৈবৰ্ত আদিক সহায়-সাহায্য কৰা হৈছিল আৰু তেওঁলোকক সম্মানো কৰা হৈছিল। এইসকল লোকেই দেশৰ আৱশ্যকীয় সকলো কাম কৰি দেশৰ অৰ্থনৈতিক অৱস্থা টনকিয়াল কৰিছিল।

সেই সময়ত সৰ্বসাধাৰণৰ মাজত ধৰ্মৰ প্ৰতি গভীৰ আস্থা আছিল। বিশ্বসিংহ, নৰনাৰায়ণ, চিলাৰায়, ৰঘুদেৱনাৰায়ণ আদি ৰজাসকল পৰম ধাৰ্মিক আছিল। তেওঁলোক দেৱীপূজক আছিল। সেই সময়ত তন্ত্ৰ-মন্ত্ৰৰ প্ৰাধান্য আছিল। কামাখ্যা, দুৰ্গা, মহাদেৱ আৰু অন্যান্য দেৱ-দেৱীক ম'হ, ছাগলী, হাঁহ-পাৰ, মাছ-কাছ, হৰিণ আদি বলি দি পূজা কৰা হৈছিল। যুদ্ধ যাত্ৰাৰ সময়ত কামাখ্যাদেৱীক বলি-বিধান দি পূজা কৰা নিয়ম আছিল। বিশ্বসিংহ, নৰনাৰায়ণ, চিলাৰায় কামাখ্যাদেৱীৰ ভক্ত আছিল। মহাকাল আৰু মহাকালীৰ পূজাৰো প্ৰচলন আছিল। পুৰশ্চৰণ প্ৰক্ৰিয়াও চলিছিল। ৰজা নৰনাৰায়ণ দেৱীপূজক আছিল যদিও তেওঁ বৈষ্ণৱ ধৰ্মৰ প্ৰতি বিদ্বেষী নাছিল। বৈষ্ণৱ সন্ত-মহন্তসকলক তেওঁ বৰ শ্ৰদ্ধা আৰু সম্মান কৰিছিল। ইয়াৰ উদাহৰণ স্বৰূপে নৰনাৰায়ণে শঙ্কৰদেৱ, দামোদৰদেৱ আদিৰ প্ৰতি দেখুৱা সম্মান আৰু শ্ৰদ্ধালৈ আমি আঙুলিয়াব পাৰোঁ। সেই সময়ত শঙ্কৰদেৱ প্ৰৱৰ্তিত নৱ বৈষ্ণৱ ধৰ্মই প্ৰাধান্য লাভ কৰিছিল।

'দৰঙ্গ ৰাজবংশাৱলী'য়ে সেই সময়ৰ অসমত থকা মঠ-মন্দিৰ আৰু সেই মঠ-মন্দিৰৰ আৱশ্যকীয় সা-সামগ্ৰীৰ বিষয়েও আমাক জানিবলৈ দিছে। বিশ্বসিংহ, নৰনাৰায়ণ, ৰঘুদেৱনাৰায়ণ আদি ৰজাসকলৰ ৰাজত্বকালত কমতেশ্বৰী মন্দিৰ, বাণেশ্বৰ মন্দিৰ, ত্ৰিশূলাদেৱীৰ মন্দিৰ, গোপেশ্বৰ মন্দিৰ, ভৈৰৱীৰ মন্দিৰ, কামাখ্যাদেৱীৰ মন্দিৰ; আৰু হাজোৰ মণিকূট, গণেশ্বৰ, কেদাৰমল, গোকৰ্ণ, অপূৰ্ণভৱ, গৰুড়াচল, কামেশ্বৰ আদি তীৰ্থস্থানে ৰজা-প্ৰজা-বিষয়া আদিক আকৰ্ষণ কৰিছিল। মঠ-মন্দিৰ আদিৰ নিৰ্মাণ কাৰ্য বৰকাথে কৰিছিল। ইটা ঘিউত ভাজি কৰালৰ সহায়ত মন্দিৰ নিৰ্মাণ কৰা হৈছিল। মঠ-মন্দিৰৰ নিৰ্মাণ কাৰ্যত শিলাকুটি, সূতাৰ, বাঢ়ই, শিল্পকাৰ, চূণেৰী সোণাৰী, কমাৰ আৰু কুমাৰেও সহায় কৰিছিল। কালাপাহাৰে ধ্বংস কৰা কামাখ্যাদেৱীৰ মন্দিৰ নৰনাৰায়ণ-চিলাৰাইৰ নিৰ্দেশমতে মেঘামুকডুমে নিৰ্মাণ কৰিছিল। হাজোৰ মাধৱ মন্দিৰ নিৰ্মাণ কৰিবলৈ ৰঘুদেৱনাৰায়ণে বৰকাথ স্থমবৰক আদেশ দিছিল। মন্দিৰৰ আৱশ্যকীয় সামগ্ৰীবোৰ হৈছে ম'হ, পঠা, হৰিণ আদি বলি

দিয়া দা, সিংহাসন, মাইহাঙ, বটা, ঠগি, শঙ্খ, ঘণ্টা ইত্যাদি। প্ৰত্যেক মন্দিৰতে একোজনকৈ দেউৰী আছিল।

'দৰঙ্গ ৰাজবংশাৱলী'ৰপৰা সেই সময়ত ব্যৱহাৰ কৰা নানা ধৰণৰ বাদ্য-যন্ত্ৰাদিৰ বিষয়ে জনা যায়। সেই সময়ত ব্যৱহাৰ কৰা বাদ্য-যন্ত্ৰাদিবোৰ হৈছে: শঙ্খ, ঘণ্টা কৰতাল, দুন্দুভি, ঢাক, ঢোল, ডগৰ, নাগাৰা, ৰামবেনা, কবিলাস, খঞ্জৰীকা (খুঞ্জুৰী ?), মোহৰী, দোতোৰা, ৰবাব, সাৰিণ্ডা, বাঁশী, ঝিলি, ঝিঞ্জিৰিকা, ৰুদ্ৰক, টোকাৰী, তুড়ি, মৃদঙ্গ, মন্দিৰা, খোল, ধেমেচি, গোগোণা ( গগণা ? ), মুৰুৰী, উপাঙ্গ, বৰকাহ্ন ( বৰকাঁহ ), মচুৱই, জয়কালি, ভেৰী, ৰামশিঙ্গা, ৰামতাল, ঝোঞ্জৰা, গোমুখ, বীৰকালি, সিংঘবান, তবল ( তবলা ? ), দোচৰি, ঢোলোক, মাদল, তাল ইত্যাদি।

কোচৰজাসকলৰ দিনত বিশেষকৈ নৰনাৰায়ণ আৰু চিলাৰাইৰ দিনত ভাষা সাহিত্যৰ চৰ্চা যে ব্যাপকভাৱে হৈছিল তাৰ আভাস 'দৰঙ্গ ৰাজবংশাৱলী'য়ে আমাক দিয়ে। গৌড় কামৰূপ আদিত যিমানবিলাক পণ্ডিত আছিল সেইসকলক মতাই আনি 'সত্ৰ-দেৱাল' পাতি ৰজা নৰনাৰায়ণে কলে:

'বোলে বিপ্ৰ পণ্ডিত সমস্তে শুনিয়োক।
কলিৰ যুগত বৃদ্ধি হৈব ভয় শোক॥
অল্প আয়ু অল্প বুদ্ধি হৈবেক নিঃশেষ।
লোপ হৈব পূৰ্বশাস্ত্ৰ গ্ৰন্থাদি বিশেষ॥'

সেই বাবে নৰনাৰায়ণে পুৰুষোত্তম ভট্টাচাৰ্য দ্বিজক ৰত্নমালা ব্যাকৰণ ৰচনা কৰিবলৈ, ৰামসৰস্বতীক মহাভাৰতৰ পদ ৰচনা কৰিবলৈ, শঙ্কৰদেৱক দ্বাদশস্কন্ধ ভাগৱত অসমীয়া ভাষাত ৰচনা কৰিবলৈ, শ্ৰীধৰক জ্যোতিষ ভাঙি সাধ্যখণ্ড ৰচনা কৰিবলৈ, বকুল কায়স্থক লীলাৱতী ভাঙিবলৈ নিৰ্দেশ দিলে:

'শুনিয়ো পুৰুষোত্তম ভট্টাচাৰ্য দ্বিজ।
কৰিয়োক ৰত্নমালা ব্যাকৰ্ণৰ বীজ॥
সম্প্ৰতিকে স্ত্ৰীয়ে শূদ্ৰে পঢ়িব যতনে।
কিছু শেষ ভৈলে পঢ়িবে বিপ্ৰগণে॥
শুনিয়োক আজ্ঞা মোৰ ৰাম সৰস্বতী।
ভাৰতৰ পদ তুমি কৰিয়ো সম্প্ৰতি॥

*   *   *   *

শুনিয়ো শঙ্কৰ তুমি ভক্ত মহাজন।
বাঢ়য় কন্দৰ পদ কৰা নিবন্ধন॥
* * * *
শুনিয়ো শ্ৰীধৰ তুমি মোৰ বাক্য ধৰা।
জ্যোতিষক ভাঙ্গি তুমি সাধ্যখণ্ড কৰা॥
বকুল কায়স্থ তুমি ভাঙ্গা লীলাৱতী।
অল্পতে বুজয় যেন কায়স্থে সম্প্ৰতি॥'

এই দৰে নৰনাৰায়ণৰ ৰাজত্বকালতে অসমীয়া মহাভাৰত, ভাগৱত, অষ্টাদশ পুৰাণ জ্যোতিষ আৰু গণিত অসমীয়া ভাষাত ৰচিত হয়।

'দৰঙ্গ ৰাজবংশাৱলী'য়ে তদানীন্তন অসমীয়া কলাকৃষ্টি আৰু সংস্কৃতিৰ আভাসো আমাক দিয়ে।

সেই সময়ত বাল্য-বিবাহ প্ৰচলন আছিল। আলি-পদূলি বন্ধা, পুখুৰী-খন্দা ইত্যাদিক ধৰ্মমূলক কাম বুলি ভবা হৈছিল। সন্ন্যাসী, বৈৰাগী, ভিক্ষাৰী, যতী, যোগী, ব্ৰহ্মচাৰী আদিক ৰজাঘৰীয়াভাৱে পৰিচৰ্যা কৰা হৈছিল। মানুহ মৰিলে প্ৰেম কৰ্ম, ব্ৰহ্ম ভোজন, বৃষোৎসৰ্গ, দানোৎসৰ্গ ইত্যাদি কৰা হৈছিল। সেই সময়ত বিধিসম্মতভাৱে প্ৰায়শ্চিত্তৰো ব্যৱস্থা আছিল। কোচবংশীয় ৰজাসকলে কোচ, মেচ, কছাৰী আদিৰ লগত কোনো সামাজিক অসুবিধা নোহোৱাকৈ সম্বন্ধ স্থাপন কৰিব পাৰিছিল। যাত্ৰাদিৰ শুভক্ষণ পণ্ডিত, দৈৱজ্ঞ আদিৰদ্বাৰা নিৰ্ণয় কৰা হৈছিল। পূজাদিত কছাৰীবিলাকে মদ-ভাত খাই মাদল বজাই নৃত্য কৰিছিল। দেওধাইৰো প্ৰচলন আছিল। মন্দিৰৰ দেউৰী কছাৰীকো পতা হৈছিল। সেই সময়ত তন্ত্ৰ-মন্ত্ৰৰ প্ৰাধান্য আছিল। ৰজা সেনাপতি আদিয়েও তন্ত্ৰ মন্ত্ৰাদি জানিছিল। কোচ সেনাপতি চিলাৰায়ে সৰ্প ই দংশন কৰা গৌড়ৰ পাৎছাৰ মাতৃক আৰোগ্য কৰাৰপৰা ইয়াৰ প্ৰমাণ পাব পাৰি। সন্ন্যাসীবিলাকেও তন্ত্ৰ-মন্ত্ৰ জানিছিল। আনকি তেওঁলোকে মন্ত্ৰৰ সহায়ত মানুহো মাৰিব পাৰিছিল। পুত্ৰ জন্ম হলে দান-দক্ষিণা কৰা হৈছিল। যি মাটিত ভেকুলীয়ে সাপ ভক্ষণ কৰে সেই মাটি উত্তম মাটি বুলি এতিয়াও আমাৰ এটি সামাজিক বিশ্বাস আছে। এনে মাটিত যে ৰাজধানী বা নগৰ স্থাপন কৰা প্ৰশস্ত তাৰ আভাস ৰঘুদেৱনাৰায়ণে ৰাজধানী প্ৰতিষ্ঠা কৰাৰ ক্ষেত্ৰত পাব পাৰি :

'ৰজাৰ আদেশে দূতে দশোদিশে গৈলা।
যৈতে আছে বীৰ মাটি বিচাৰিবে লৈলা॥

একডাল ঘিলাগছ আছে অৰণ্যত।
প্ৰজতি আছয় সিটো অনেক বৃক্ষত ॥
তাহাৰ তলত এক মেগেপি আছন্ত।
সৰ্পক ধৰিয়া অৰ্দ্ধখান গিলিছন্ত ॥
দেখিয়া কহিলা দূতে ৰজাৰ আগত।
বোলে বীৰ মাটি পাইলো শাস্ত্ৰৰ সন্মত ॥'

'দৰঙ্গ ৰাজবংশাৱলী'ত সেই সময়ৰ অসমৰ ভৌগোলিক অৱস্থাৰ বৰ্ণনাও পোৱা যায়। ইয়াৰ বাহিৰেও সেই সময়ত যে অসমত প্ৰলয়ঙ্কাৰী বানপানী হৈছিল আৰু ইয়াৰ ফলত যে ৰজা-প্ৰজা সকলোৰে দুখ-দুৰ্গতি হৈছিল, মাৰি-মৰক ইত্যাদিত যে বহুতো মানুহ মৰিছিল ইত্যাদিৰ আভাসো এই গ্ৰন্থখনিত পোৱা যায়।

কাব্য স্বৰূপেও দৰঙ্গ ৰাজবংশাৱলীৰ মূল্য নোহোৱা নহয়। বিশেষকৈ ইয়াত পৰিৱেশন কৰা মন্দিৰ, স্থান, অভিষেক, যুদ্ধ ইত্যাদিৰ বৰ্ণনাসমূহ মধুৰ আৰু সৰস হৈছে। এই কাব্যখনিত অলঙ্কাৰ প্ৰয়োগৰ প্ৰাচুৰ্য লক্ষ্য কৰা নাযায়। 'দৰঙ্গ ৰাজবংশাৱলী'ত মুঠতে পাঁচবিধ ছন্দ ব্যৱহাৰ কৰা হৈছে, যেনে—পয়াৰ, ছবি, দুলড়ি আৰু ইন্দ্ৰবজ্ৰা ছন্দ। ইয়াৰ ভিতৰত ইন্দ্ৰবজ্ৰা ছন্দ প্ৰয়োগ কৰাৰ ক্ষেত্ৰত বলদেৱ সূৰ্যখড়ি দৈৱজ্ঞ অসমীয়া পুৰণি সাহিত্যত একক আৰু অদ্বিতীয় বুলি কব পাৰি।

মুঠতে 'দৰঙ্গ ৰাজবংশাৱলী'ত কোচৰাজ্য আৰু ৰজাসকলৰ বিষয়ে বিস্তৃত বৰ্ণনা পোৱাৰ উপৰিও সেই সময়ৰ অসমৰ ৰীত-নীতি, আচাৰ-ব্যৱহাৰ, কলা-কৃষ্টি-সংস্কৃতি, ৰাজনৈতিক, অৰ্থনৈতিক, ভৌগোলিক আৰু ধাৰ্মিক জীৱনৰ আভাসো ইয়াত পোৱা যায়। সেই ফালৰপৰা সূৰ্যখড়ি দৈৱজ্ঞৰদ্বাৰা ৰচিত 'দৰঙ্গ ৰাজবংশাৱলী' এখনি অনুপম গ্ৰন্থ।

**শ্ৰীনবীনচন্দ্ৰ শৰ্মা**

# শ্ৰীকৃষ্ণায় নমঃ

## পয়াৰ

মঙ্গলাচৰণ

প্ৰথমে প্ৰণামো নাৰায়ণ বাসুদেৱ।
ব্ৰহ্মা মহেশ্বৰে যাক সদা কৰে সেৱ॥
মৎস্যৰূপে চাৰি বেদ কৰিলা উদ্ধাৰ।
কূৰ্মৰূপে ধৰণীৰ বহিলাহাঁ ভাৰ॥ ১

যজ্ঞ বৰাহৰূপে ভূমিক উদ্ধাৰি।
নৰসিংহে হিৰণ্যকশিপু দৈত্য মাৰি॥
বামন স্বৰূপে ছলিলাহাঁ দৈত্যপতি।
পৰশুৰামৰূপে ক্ষত্ৰী বধিলা সম্প্ৰতি॥ ২

শ্ৰীৰামস্বৰূপে বধিলাহাঁ ৰাৱণক।
হলিৰামৰূপে সংহাৰিলাঁ দ্বিবিদক॥
বৌধৰূপে মোহিলাহাঁ সমস্তে লোকক।
কল্কীৰূপে মাৰিবাহাঁ সবে পাষণ্ডক॥ ৩

হেন দশৰূপ কৃষ্ণ পূৰ্ণানন্দ হৰি।
যাৰ নাম লৈলে মহাপাতকীয়ো তৰি॥
মূৰ্খেও পণ্ডিত হোৱে লৈলে যাৰ নাম।
হেনয় কৃষ্ণক কৰোঁ সহস্ৰ প্ৰণাম॥ ৪

অণ্ডজ স্বেদজ জৰায়ুজ উদ্ভিজন।
সবাৰে হৃদিত প্ৰভু আছাঁ নাৰায়ণ॥

পণ্ডিত পাৱন পূর্ণদেৱ হৃষিকেশ ।
আমাৰ হৃদিত থাকি দিয়ো উপদেশ ॥ ৫

জয় বাগেশ্বৰী দেৱী জগত জননী
পদ্মহস্তা হৰিপ্রিয়া বাক্যবিধায়িনী ॥
ত্রিদশে কৰয় পূজা তোমাৰ চৰণে ।
কৃষ্ণৰ কণ্ঠত তুমি থাকা সর্বক্ষণে ॥ ৬

মালা-বীণা শোভে যাৰ পুস্তক হস্তত ।
তোমাৰ চৰণে নমস্কাৰ কোটি শত ॥
শুক্র আদি কবিগণে সতত ধিয়াই ।
ব্রহ্মা আদি দেৱে পূজা কৰন্ত সদাই ॥ ৭

পাতালে কৰয় পূজা যত নাগগণে ।
কৰোঁ প্রণিপাত পৰি তোমাৰ চৰণে ॥
একোৱে নজানো মঞি মহামূঢ়মতি ।
মোহোৰ কণ্ঠত থাকি দিয়ো অনুমতি ॥ ৮

প্রণামোহো লম্বোদৰ দেৱ গণেশ্বৰ ।
যাহাৰ প্রসাদে বিঘ্নি হৰে সমস্তৰ ॥
সমস্তে দেৱৰে ৰাজা পার্বতীনন্দন ।
কৌটি নমস্কাৰ কৰোঁ তোমাৰ চৰণ ॥ ৯

অবিঘ্নি কৰিয়ো মোৰ কর্ম আৰম্ভত ।
কৰিয়োক নষ্ট বিঘ্নিগণ আছে যত ॥
যাত্রা মঙ্গলত সিদ্ধি তোমাক স্মৰণে ।
হেন একদন্ত পাৱে পশিলোঁ শৰণে ॥ ১০

সমস্তে বিঘ্নিক হৰাঁ দেৱ গণপতি ।
সমস্তে ব্যাধিক নষ্ট কৰিয়ে সম্প্রতি ॥

সমস্তে সিদ্ধিক দিয়া মহেশ নন্দন ।
কৰোঁ প্ৰণিপাত পৰি তোমাৰ চৰণ ॥ ১১

হে শম্ভু প্ৰমথৰ পতি উগ্ৰশিৱ ।
গৌৰীৰ নায়ক প্ৰভু জগতৰ জীৱ ॥
ভকতক ৰক্ষা কৰাঁ বাঞ্ছিতক সিদ্ধি ।
ললাটে কৰয় শোভা শশী কলানিধি ॥ ১২

প্ৰণামো ঈশান দেৱ কামবিনাশন ।
কোটি নমস্কাৰ কৰোঁ তোমাৰ চৰণ ॥
প্ৰণামো শ্ৰীকণ্ঠ দেৱ নমো মৃত্যুঞ্জয় ।
তোমাৰ চৰণে প্ৰভু গৈলোহো বিক্ৰয় ॥ ১৩

সৰ্বভূত অন্তৰ্য্যামী পাৰ্বতীৰ দেৱ ।
নমো গঙ্গাধৰ লক্ষ কোটি কৰো সেৱ ॥
মহামূঢ় জন আমি একোকে নজানি ।
কৰাঁ অনুগ্ৰহ মোক দেৱ শূলপাণি ॥ ১৪

যাহাৰ কটাক্ষে হৱে জগত প্ৰলয় ।
যাহাৰ প্ৰসাদে সৃষ্টি পুনৰূপি হয় ॥
হেন মহেশ্বৰ পাৱে পশিলোঁ শৰণে ।
কৃপা কৰিয়োক মোক তোমাৰ চৰণে ॥ ১৫

উমা আগ্যা সনাতনী পতিত পাৱনী ।
নাৰায়ণী তব নাম নাৰকী তাৰিণী ॥
গৌৰীমেধা ক্ষমাধাত্ৰী লক্ষ্মী সৰস্বতী ।
বিশ্বৰূপা বিশালাক্ষী ভৱানী পাৰ্বতী ॥ ১৬

দেৱক কৰিলা ৰক্ষা অসুৰৰ ৰণে ।
সবে দেৱে স্তুতি কৰে তোমাৰ চৰণে ॥

অন্তকালে বিশ্বখান উদৰত ভৰি।
থাকাহাঁ আপুনি নিজ সৃষ্টিক সংহৰি ॥ ১৭

কটাক্ষতে হোৱে যাৰ সৃষ্টি উতপন।
হেন জানি তযুপাৱে পশিলোঁ শৰণ ॥
বুদ্ধি দিয়া যশ দিয়া কবিতা অন্বয়।
মোৰ যত মূঢ়মতি কৰিয়োক ক্ষয় ॥ ১৮

গুৰু ব্ৰহ্মা গুৰু বিষ্ণু গুৰু মহেশ্বৰ।
চৰাচৰ জগতৰ গুৰু যে ঈশ্বৰ ॥
যিটো গুৰু দিলা বিদ্যা হৃদয়ৰ কৰি।
তাহাঙ্ক প্ৰণামো শত ভৰি আগবাঢ়ি ॥ ১৯

সংসাৰত বিষ্ণুভক্ত আছে যত যত।
একেবাৰে প্ৰণামো সবাৰে চৰণত ॥
মঞি মহা অধমক কৰিয়োক দায়া।
তোমাসাৰ প্ৰমাদত নিস্তৰিবোঁ মায়া ॥ ২০

বোলো কৰযোৰে শুনা সবে সভাসদ।
শিৱপুত্ৰ বিশ্বসিংহ নৃপতিৰ পদ ॥
মোৰ পদ বুলি নধৰিবা গুণ-দোষ।
শিৱ বংশাৱলী শুনি হুয়োক সন্তোষ ॥ ২১

কবিৰ প্ৰতি ৰজা সমুদ্ৰনাৰয়ণৰ আদেশ

সমুদ্ৰনাৰায়ণে বোলে মোৰ বাক্য শুন।
মোৰ উৰ্দ্ধ পুৰুষে কৰিছে যত গুণ ॥
কেন মতে বিশ্বসিংহ নৰপতি ভৈলা।
কাহাৰ বংশত আহি উতপতি হৈলা ॥ ২২

কতেক ভৈলন্ত তান বংশধৰ সুত।
কোন কোন ৰাজা হৈলা কহিয়ো প্ৰস্তুত ॥

বৈষ্ণৱ ৰাজাৰ কথা শুনে যিটো জন।
ব্ৰহ্মহত্যা আদি পাপ হোৱয় মোচন ॥ ২৩

পাণ্ডৱৰ চৰিত্ৰ শুনিয়া জন্মেজয়।
ব্ৰহ্মবধ নষ্ট কৈলা দেখিয়ো প্ৰত্যয় ॥
পদ-বন্ধে শুনিবাক মোৰ যাই চিত।
কহিয়ো দৈৱজ্ঞ তুমি ৰাজাৰ চৰিত্ৰ ॥ ২৪

দৈৱজ্ঞ বদতি তুমি ৰাজাৰ নন্দন।
তযু আজ্ঞা পালিবাক লাগে সৰ্বক্ষণ ॥
যি কথা পুছিলা আতি পৰম গহন।
কেনে পদ নিবন্ধিবো আমি মূৰ্খ জন ॥ ২৫

এহি বুলি কৃষ্ণৰ চৰণ মনে ধৰি।
গুৰুৰ চৰণে মনে নমস্কাৰ কৰি ॥
জয়কৃষ্ণ জয়কৃষ্ণ মনে উচ্চাৰিলা।
পুৰাতন কথা কহিবাক আৰম্ভিলা ॥ ২৬

বিশ্বসিংহৰ পূৰ্ব-পুৰুষৰ বিষয়ে কথন

পূৰ্বে চন্দ্ৰবংশী ৰাজা হৈহৈয় তনয়।
সহস্ৰ অৰ্জুন নামে ভূপাল দুৰ্জয় ॥
মৃগয়াক গৈলা ৰাজা সৈন্যগণ লৈয়া।
যমদগ্নি ঋষিৰ আশ্ৰম পাইলা গৈয়া ॥ ২৭

যমদগ্নিৰ আশ্ৰমত অতিথি স্বৰূপে সহস্ৰাৰ্জুনৰ আগমন

অনন্তৰে অষ্টাঙ্গত ভৈলা দিবাকৰ।
ঋষিৰ আশ্ৰমে ৰহিলেক নৃপবৰ ॥
নৃপতি ৰহিলা দেখি যমদগ্নি ঋষি।
সাদৰ কৰিলা তাসু পৰম হৰিষি ॥ ২৮

ষড়ৰসে পঞ্চামৃতে কৰাইলা ভোজন।
বস্ত্ৰ অলঙ্কাৰ দিয়া সন্তোষিলা মন ॥

নৃপতিৰ লগে সৈন্য আছিল যতেক।
গাৱে গাৱে সমস্তকে ভুঞ্জাইলা প্ৰত্যেক॥ ২৯

বস্ত্ৰ অলঙ্কাৰ দিয়া সবাকো তুষিলা।
দেখি নৃপতিৰ মনে বিস্ময় মিলিলা॥
পৰম আশ্চৰ্য্য কৰ্ম অতি অদ্ভুত।
কামধেনু আছে হেন মানিলা প্ৰস্তুত॥ ৩০

ঋষি ধৰ্ম নুহি কামধেনু পুষিবাৰ।
আমাৰে সে যোগ্য কামধেনু নাম যাৰ॥
এহি বুলি কামধেনু হৰিলা ঋষিৰ।
আপন গৃহক চলি গৈলা মহাবীৰ॥ ৩১

সহস্ৰাৰ্জুনৰদ্বাৰা কামধেনু হৰণ

অনন্তৰে পৰ্শুৰাম গৃহে আসিলন্ত।
সকল বৃত্তান্ত যমদগ্নি কহিলন্ত॥
কামধেনু হৰি নিলে নৃপ দুৰাচাৰ।
এই শুনি পৰ্শুৰাম ক্ৰোধিলা অপাৰ॥ ৩২

পৰ্শুৰামৰ প্ৰতিজ্ঞা, সহস্ৰাৰ্জুন নিধন আৰু কামধেনু হৰণ

পিতৃৰ আগত কহে প্ৰতিজ্ঞা বচন।
সত্যে কামধেনু আনি দিবোঁ এতিক্ষণ॥
এহি বুলি পৰ্শুৰাম নাথাকিল ৰই।
সহস্ৰাৰ্জুনৰ গৃহে প্ৰৱেশিলা গই॥ ৩৩

নৃপতিক বোলে শুন মহাদুষ্ট মতি।
কি কাৰণে কামধেনু হৰিলি সম্প্ৰতি॥
শুনি তান বাক্য নসহিলা নৃপবৰ।
পৰ্শুৰাম সমে ঘোৰ কৰিলা সমৰ॥ ৩৪

সমৰত ৰামে শিৰ কাটিলা ৰাজাৰ।
কামধেনু লৈয়া আসিলন্ত পুনৰ্বাৰ॥

পিতৃৰ আগত কৈলা বিৱৰণ যত।
শুনিয়া আনন্দ ভৈলা ঋষিৰ মনত ॥ ৩৫

কতিপয় দিন আছিলন্ত ৰঙ্গমনে।
পৰশুৰাম গৈলা তীর্থ কৰিবাক মনে ॥
সেহি বেলা সহস্রার্জুনৰ পুত্রগণ।
সবে মিলি এক থানে কৰি আলোচন ॥ ৩৬

আমাৰ পিতৃক কাটিলেক যিটো জন।
তাহাৰ পিতৃৰ শিৰ কাটিবোঁ এখন ॥
অনন্তৰে চৰ মুখে বার্তাক পাইলন্ত।
গৃহে নাহি পৰশুৰাম তীর্থক গৈলন্ত ॥ ৩৭

সহস্রার্জুনৰ পুত্রসকলৰদ্বাৰা যমদগ্নি-হত্যা আৰু ৰেণুকাৰ বিলাপ

অকলে আছয় যমদগ্নি মহাশয়।
হেন শুনি তাসম্বাৰ আনন্দ হৃদয় ॥
চোৰ ৰূপে সবে গৈলা অস্ত্র-শস্ত্র ধৰি।
সমাধিত আছে ঋষি হৰিক সুমৰি ॥ ৩৮

আগ-পাচ নচাইলেক ৰাজপুত্র গণে
ঋষিৰ শিৰক কাটিলেক তেতিক্ষণে ॥
শিৰ লৈয়া গৈলা সৱে আপোন গৃহক।
কান্দিলা ৰেণুকা শোক কৰিয়া অনেক ॥ ৩৯

হাঁ হাঁ প্রাণ স্বামী কোথা গৈলা এৰি।
এহি বুলি ৰেণুকা পাৰয় দীর্ঘ গেৰি ॥
এখনে আছিলা প্রভু কৃষ্ণক ধিয়াই।
ৰাজপুত্র হাতে ভৈলা এসুৱা বিলাই ॥ ৪০

সেহি সময়ত পৰশুৰাম ভগৱন্ত।
তীর্থক সমাধা কৰি গৃহে আসিলন্ত।

নেদেখি পিতৃক ৰামে অসন্তোষ ভৈলা।
মাতৃক বোলয় মোৰ পিতৃ কৈক গৈলা॥ ৪১

ৰেণুকাৰদ্বাৰা পৰ্শুৰামক পিতৃ-হত্যাৰ সম্বাদ দান আৰু পৰ্শুৰামৰ প্ৰতিজ্ঞা

ৰেণুকা বোলয় বাপু শুনিয়ো বচন।
মহাদুষ্ট সহস্ৰাৰ্জুনৰ পুত্ৰগণ॥
তযু পিতৃ বসি আছে চিন্তিয়া হৰিক।
সেই বেলা কাটিলেক তোমাৰ পিতৃক॥ ৪২

শিৰ গোট লৈয়া গৈলা আপুন ভৱনে।
হেন শুনি ক্ৰোধিলন্ত ৰাম নাৰায়ণে॥
প্ৰলয়ৰ মেঘে যেন সঘনে গৰ্জন্ত।
সেহি মতে ৰামে ক্ৰোধে গৰ্জিয়া বোলন্ত॥ ৪৩

শুনা মাতৃ তযু আগে কৰোঁ অঙ্গীকাৰ।
সত্যে সত্যে সত্যে মঞি বোলো বাৰম্বাৰ॥
যত ক্ষত্ৰীগণ আছে পৃথিৱীক ভৰি।
নিক্ষত্ৰীয় কৰিবোঁ সকলে বসুন্ধৰী॥ ৪৪

এহি বুলি মাহেশ্বতী নগৰক গৈলা।
ৰাজপুত্ৰ সমে ঘোৰ সমৰ কৰিলা॥
অন্তকালে ৰুদ্ৰে যেন প্ৰজা সংহৰন্ত।
সেহিমতে ৰামে সব সেনাক মাৰন্ত॥ ৪৫

হয় হস্তী প্ৰজাগণ কাটিলা যতেক।
তাহাৰ সংখ্যাক আমি কহিবোঁ কতেক॥
সমস্তৰে শিৰ কাটি দৌলক বান্ধিলা।
তেবে সে ৰামৰ নিজ প্ৰতিজ্ঞা ৰাখিল॥ ৪৬

সহস্ৰাৰ্জুনৰ বাৰ-জন পুত্ৰৰ পলায়ন আৰু মেচণীৰ গমন

তাৰে বাৰ জন ৰাজপুত্ৰ পলাই গৈলা।
চিকণাবাৰীত গৈয়া সোমাই ৰহিলা॥
ৰামে পিতৃ-শিৰ লৈয়া গৈলন্ত গৃহক।
ৰেণুকাৰ হাতে দিয়া জীয়াইলা পিতৃক॥ ৪৭

পৃথিৱীক বিচাৰিলা তিনি সাতবাৰ।
ক্ষত্ৰী সকলক কৰিলেক বুন্দামাৰ॥
সহস্ৰাৰ্জুনৰ পুত্ৰ যিটো বাৰ জন।
ৰাম ভয়ে মদ্য-ভাত কৰিলা ভোজন॥ ৪৮

ভয়তে থাকিয়া মেচণীত দিলা জাত।
তান বীৰ্য্যে পুত্ৰগণ ভৈলা অসংখ্যাত॥
অনুক্ৰমে বাঢ়িলেক তাহাৰ সন্ততি।
পাচে যেন কথা ভৈলা শুনিয়ো সম্প্ৰতি॥ ৪৯

কতো দিন অনন্তৰে অৰাজক হৈলা।
হৈহৈৰ সন্ততিৰ বাৰ ঘৰ মেচ ভৈলা॥
তামস্বাৰ নাম কহোঁ তোমাৰ আগত।
মহাপৰাক্ৰমী সৱ শিৱৰ ভকত॥ ৫০

বাৰ-মেচৰ নাম

পানবৰ, ভেদেলা আৱৰ গুৱাবৰ।
ফেদফেদা বৰিহনা মেচ শ্ৰেষ্ঠতৰ॥
কাঠিয়া বৈহাগু মেঘা যুদ্ধাবৰ নাম।
গড়কাটা জগাই ডোখোৰা অনুপাম॥ ৫১

মেচ শ্ৰেষ্ঠ হাৰিয়া আৰু তেওঁৰ পত্নী হীৰাৰ বিষয়ে কথন

এহি বাৰ জন মেচ পৰম প্ৰবল।
সবাৰ উপৰি শ্ৰেষ্ঠ হাৰিয়া মণ্ডল॥
তান ভাৰ্য্যা হীৰা নামে পৰমা সুন্দৰী।
সাক্ষাতে দেখিয়ো যেনমত বিদ্যাধৰী॥ ৫২

আপন স্বধৰ্মে গৃহ কৰ্মে আচৰয়।
ৰাত্ৰি দিনে মহেশক চিন্তিয়া থাকয়॥
অনন্তৰে আলচ কৰিয়া মেচ গণে।
গাঁড়িক কাটই সবে কপাসক মনে॥ ৫৩

গৃহক নাসয় একেমনে থাকে তাত।
মেচণী সকলে তৈতে দেয় মদ-ভাত ॥
একদিনা মহেশ্বৰ দেৱ ত্ৰিনয়নে।
অৰাজ ভৈলন্ত দেখি গুণিলন্ত মনে ॥ ৫৪

মহাদেৱৰ হাৰিয়া মণ্ডলৰ ৰূপ ধাৰণ পূৰ্বক হীৰাক হৰণ

কৈলাসৰ হন্তে হৰ পৃথিৱীক আমি।
হাৰিয়া মণ্ডলৰূপে থাকিলা প্ৰকাশি ॥
আৱকজোৰাৰ তীৰে ভৈলা উপসন।
বৃক্ষৰ মূলত বৈলা কৰি ভেশচন ॥ ৫৫

হাৰিয়াক লাগিয়া হীৰাই নেন্তভাত।
দেখিলন্ত বসি আছে আৱকজোৰাত ॥
কি কাৰ্য্যে বসিছঁা বুলি পুছিলা হীৰাই।
হাৰিয়া মণ্ডলে বোলে ভোকে প্ৰাণ যাই ॥ ৫৬

হেন শুনি হীৰা আথে-বেথে পানী আনি।
থানক পবিত্ৰ কৰি দিলা মনে জানি ॥
টোপোলা মেলিয়া দিলা ষড়ৰস অন্ন।
পৰম আনন্দে শিৱে কৰিলা ভোজন ॥ ৫৭

মহাৰঙ্গে সদাশিৱে হাসি কৌতুহলে।
হীৰাক হৰিলা সেই শিলিখাৰ তলে ॥
হীৰাৰ জন্মৰ কথা শুনিও সম্প্ৰতি।
পূৰ্ব জন্মে হীৰা আছিলন্ত ভগৱতী ॥ ৫৮

হীৰাৰ পূৰ্বজন্ম কথন

এক দিনা কৈলাসত আছে ত্ৰিনয়ন।
হাসিয়া পাৰ্বতী হেন বুলিলা বচন ॥
কেনে মনুষ্যৰ মুণ্ডমালা পিন্ধা গলে।
আদি অন্তে কথা মোত কহিও সকলে ॥ ৫৯

মহেশ বদতি তুমি শুনিও পাৰ্বতী।
তোমাৰেসে মুণ্ডমালা পিন্ধিছো সম্প্ৰতি ॥
তোমাৰ মৰণ হৈয়া আছে দশবাৰ।
বিদ্যমানে দেখঁা হেৰা কণ্ঠত আমাৰ ॥ ৬০

পাৰ্বতী বোলয় মৰি আছোঁ দশবাৰ।
তোমাৰ মৰণ এবে হোক একবাৰ ॥
দেৱী শাপে এক অঙ্গ পৃথিৱীক আমি।
শঙ্কৰ আচাৰ্য্যৰূপে আছিলা প্ৰকাশি ॥ ৬১

বিনা দোষে মহেশক শাপিলা সাক্ষাত।
সেহি দোষে দেৱী মেচণীত ভৈলা জাত ॥
এহি হেতু তান নাম হীৰা অপেশ্বৰী।
হাৰিয়া মণ্ডলে বিহাইলন্ত যত্ন কৰি ॥ ৬২

এতেকেসে মহাদেৱে তাঙ্ক ৰমিলন্ত।
অন্তৰ্ধ্যানে তেতিক্ষণে কৈলাসে গৈলন্ত ॥
উলটি গৈলন্ত হীৰা আপন ভৱনে।
হাৰিয়া মণ্ডল আছে অসন্তোষ মনে ॥ ৬৩

অনন্তৰে চলি গৈলা আপোনাৰ ঠাই।
হীৰাক বোলয় মোৰ ভোকে প্ৰাণ যাই ॥
হীৰাই বোলন্ত মঞি লৈয়া গৈলো ভাত।
বসিয়া আছিলা তুমি আৱকজোৰাত ॥ ৬৪

হীৰা আৰু হাৰিয়ামণ্ডলৰ পৰস্পৰৰ ভিতৰত কলহ আৰু মহাদেৱৰদ্বাৰা হাৰিয়াৰ স্বপ্ন দৃষ্ট

তাতে ভাত দিলোঁ মঞি খাইছোঁ কৌতুহলে।
মোহোক হৰিছাঁ সেই শিলিখাৰ তলে ॥
এহি শুনি দন্দ কৰি থাকিল ঘুমাই।
ৰাত্ৰি আসি মহাদেৱে সপোন দেখাই ॥ ৬৫

সদাশিৱে বোলে মঞি তোৰ ৰূপ ধৰি।
টোপোলাৰ ভাত মঞি খাইলো পেট ভৰি ॥
ছল কৰি তোৰ ভাৰ্য্যা কৰিলোঁ ৰমণ।
হেন জানি তঞি নকৰিবি কষ্ট মন ॥ ৬৬

মোৰ বীৰ্য্যে জানিবিহি তোহোৰ ভাৰ্য্যাত।
মহাবলৱন্ত এক পুত্ৰ হৈব জাত ॥
সেহি পুত্ৰ হৈব ধৰণীৰ অধিপতি।
নকৰিবি কষ্ট তঞি কহিলোঁ সম্প্ৰতি ॥ ৬৭

নিয়মে থাকিবি নকৰিবি অনাচাৰ।
এহি বুলি কৈলাসক গৈলা পুনৰ্বাৰ ॥
চেতন লভিয়া উঠি হাৰিয়া মণ্ডলে।
ভাৰ্য্যাৰ আগত গৈয়া প্ৰিয় বাক্য বোলে ॥ ৬৮

সপোনৰ বাৰ্ত্তা যত সকলে কহিলা।
মোৰ ৰূপে মহাদেৱে তোহোক হৰিলা ॥
তোহোৰ গৰ্ভত মহেশ্বৰ বীৰ্য্যে জাত।
পুত্ৰ এক হৈব সিটো জগতে প্ৰখ্যাত ॥ ৬৯

সেহি পুত্ৰ ৰাজা হৈব ধৰণী মণ্ডলে।
আকে জানি নিয়মে থাকিও কৌতূহলে ॥
নিয়মে থাকন্তে দশ মাস যেবে গৈলা।
প্ৰথম বিষুবৰ দিনা উতপতি ভৈলা ॥ ৭০

হীৰাৰ পুত্ৰ বিশুৰ জন্ম

যেতিক্ষণে শিৱ পুত্ৰ ভৈলা উতপন।
আপুনিয়ে বাজিলেক ব্যাল্লিশ বাজন ॥
হস্তী ঘোঁাড়া সব ৰঙ্গে কৰিলা চিহাৰ।
আনো সুমঙ্গল যত মিলিল অপাৰ ॥ ৭১

আপুনি বন্দুক ছুটি পঞ্চ শব্দ ভৈলা।
উৰুলি মঙ্গল আদি উৎসৱ মিলিলা ॥
ব্ৰাহ্মণ দৈৱজ্ঞগণ আছিলা যতেক।
বস্ত্ৰ অলঙ্কাৰ দিয়া তুষিলা প্ৰত্যেক ॥ ৭২

আপোন স্বধৰ্মে কৰ্ম কৰিলন্ত যত।
সংক্ষেপ পয়াৰে তাক কহিবোহোঁ কত ॥

জীৰাৰ পুত্ৰ শিশুৰ জন্ম

অপৰ ভাৰ্য্যাৰ নাম আছিলেক জীৰা।
হাৰিয়া মণ্ডলে তাঙ্ক কৰিলন্ত ক্ৰীড়া ॥ ৭৩

তান বীৰ্য্যে পুত্ৰ এক ভৈলা অনুপাম।
দয়াত থাকিয়া তান থৈলা শিশু নাম ॥
আজি কালি কৰি গোৰখীয়া কাল ভৈলা।
দ্বিতীয়াৰ চন্দ্ৰ যেন মতে বাঢ়ি গৈলা ॥ ৭৪

বৰগৰখীয়া বিশু

সবে গোৰখীয়া মিলি কৰি অভিষেক।
বৰ গোৰখীয়া নাম দিলন্ত বিশুক ॥
অস্ত্ৰ-শস্ত্ৰ ধনুৰ্বেদ সবাকো শিখন্ত।
গণ্ডাৰ মহিষ ব্যাঘ্ৰ মাৰিয়া ফুৰন্ত ॥ ৭৫

মালশ্ৰমে ধৰে কতো বৰাহ হৰিণ।
ৰূপে গুণে বলে বীৰ্য্যে পুহি কয় হীন ॥
সবাত অধিক বল ভীমৰ আনয়।
গৰুড়ে যেহেন মতে ভুজঙ্গ ধৰয় ॥ ৭৬

সেই মতে খেদি ধৰে যত বিপক্ষক।
কোনে কহি অন্ত পাৱে তাহান বলক ॥
এক দিনা শৰত কালীয়া সময়ত।
গৰুক চাৰিয়া ফুৰে পশিয়া বনত ॥ ৭৭

বিশুৰ দুৰ্গা পূজা

দুৰ্গাক পূজিবে প্ৰভু কৰিলেক মন।
গোৰখীয়া সকলক তুলিলা বচন ॥
শুন গোৰখীয়া সব মোৰ আজ্ঞা ধৰ।
ফৰিঙ্গ ধৰিয়া আনি দিওক সত্তৰ ॥ ৭৮

দুৰ্গাক পূজিবে মোৰ লাগে ভক্তি ভাৱে।
পূজা কৰি নমস্কাৰ কৰোঁ তান পাৱে ॥
গোৰখীয়া সবে শুনি প্ৰচণ্ড বচন।
বনত পশিলা সবে ফৰিঙ্গক মন ॥ ৭৯

বিচাৰি ফৰিঙ্গ ধৰি অসংখ্যাত পাইলা।
সমস্তে ফৰিঙ্গ আনি বিশুত যোগাইলা ॥
উভতাই লৰু আনি তথাতে পুতিলা।
কাকোৱা বাঁহৰ চোঁচ খড়্গ কৰিলা ॥ ৮০

ভক্তি ভাবে উচৰ্গিলা ফৰিঙ্গ যতেক।
সমস্তকে কাটি পূজা কৰিলা প্ৰত্যেক ॥
এক গোৰখীয়া পাচে ফৰিঙ্গ নাপাই।
বৰগোৰখীয়া আগে কহিলন্ত যাই ॥ ৮১

গৰ্জিয়া বোলয় বাক্য শিৱৰ নন্দনে।
সমস্তে পাইলেক ইটো নাপাইলেক কেনে ॥
এহি বুলি তাক ধৰি উচৰ্গিয়া দিলা।
কাকোৱা বাঁহৰ চোঁচে তাহাকো কাটিলা ॥ ৮২

দণ্ডৱতে পৰি কৰিলন্ত নমস্কাৰ।
হুয়ো সুপ্ৰসন্ন মাও জননী আমাৰ ॥
উমা আদ্যা সনাতনী পতিত পাৱনী।
নাৰায়ণী তব নাম নাৰকী-তাৰিণী। ৮৩

অসুৰ বধিলা দেৱতাৰ ভিতি ।
কৰিয়ো মোহোক দায়া ভৱানী-পাৰ্বতী ॥
সহস্ৰেক নেত্ৰ তযু অগ্নি সূৰ্য্য সম ।
কৌটি ইন্দু সম কান্তি শৰীৰ শোভন ॥ ৮৪

মধ্যক্ষিণী মুক্তকেশী ঘণ্টা সুমণ্ডিত ।
অতি উগ্ৰ দশন দেখিতে ভয় ভীত ॥
ঐৰাৱত স্কন্ধে চৰি থাকা সৰ্বক্ষণ ।
তুমি ইন্দ্ৰাণীৰ পাৱে পশিলোঁ শৰণ ॥ ৮৫

আনো অসংখ্যাত স্তুতি কৰিলা যতেক ।
তুষ্ট হৈয়া মাও দেখা দিলন্ত প্ৰত্যেক ॥
বিশুৰ প্ৰতি দুৰ্গাৰ বৰ
পাৰ্বতী বদতি পুত্ৰ লৈয়ো ইষ্ট বৰ ।
তঞি ৰাজা হয়ো এহি সংসাৰ ভিতৰ ॥ ৮৬

যুদ্ধত জিনিতে নোৱাৰোক একোজনে ।
এহি বুলি গৈলা দেৱী আপোন ভৱনে ॥
সেহি বাঁহ গাজিয়া হৈলেক অনুপাম ।
চিকণীয়া দেবোৰ থৈলেক তাৰ নাম ॥ ৮৭

অন্যে অন্যে বোলে কিনো অদ্ভুত মিলিলা ।
শুখান লৰুৱে কেনে আপুনি গাঁজিলা ॥
মুহিকে মানুষ ইটো জানিলো নিশ্চয় ।
কোনোবা দেৱতা আসি জন্মিয়া আছয় ॥ ৮৮

এহিমতে ষোড়শ বৰিষ যেবে ভৈলা ।
কামাখ্যা প্ৰসন্ন হৈয়া মোৰ বুলি লৈলা ॥
অনন্তৰে খিঙ্গ হুয়া ৰণক ধৰয় ।
অনুক্ৰমে কিছু ভূঞা কৰিলেক ক্ষয় ॥ ৮৯

বিশুৰ হাতত ভূঞা সবৰ পৰাজয়

ভূঞা সকলৰ শুনা যাব যেন নাম ।
ব্রাহ্মণ কুলত বৰভূঞা অনুপাম ॥
বিষয় গুচায়া তান ৰাজ্য লৈলা কাঢ়ি ।
আৱৰ ব্রাহ্মণ সৰু ভূঞাক দিলা খাবি ॥ ৯০

তাহাঙ্ক খেদিয়া সিয়ো ৰাজ্য কাঢ়িলন্ত ।
ঔগুৰীয়া ব্রাহ্মণ ভূঞাক খেদিলন্ত ॥
দৈৱজ্ঞ কুলত আছিলন্ত ছুটি ভূঞা ।
তাহাঙ্কো খেদিয়া লৈলা ৰাজ্যক কাঢ়িয়া ॥ ৯১

কুসুম ভূঞাক পাচে খেদিয়া গৈলেক ।
আপুনিয়ে বিষয় কুসুমে এৰিলেক ॥
তাত পাচে দীঘলা ভূঞাক মাৰিলন্ত ।
কলীয়া ভূঞাক মাৰি ৰাজ্যক লৈলন্ত ॥ ৯২

ঝাৰগাঁয়া ভূঞাক মাৰিল অনন্তৰে ।
কবিলাস ভূঞাক মাৰিলা তাতপৰে ॥
অনন্তৰে দুৰ্গাক ভৈলেক বিস্মৰণ ।
কৰ্ণপুৰ ভূঞাক খেদিয়া দিলা ৰণ ॥ ৯৩

বিশুৰ পৰাজয়

ধুমাজয় ৰণ ভৈলা ভূঞায়ে সহিত ।
যতেক মৰিল সৈন্য নাই পৰিমিত ॥
অস্ত্রে শস্ত্রে জাঠি জোঙ্গে খাণ্ডা বাৰু হানে ।
অসংখ্য মৰিল সৈন্য বন্দুক সন্ধানে ॥ ৯৪

ছকুৰি মৰিল হস্তী ঘোঁড়া পাঞ্চ শত ।
দুতয় শতেক উট ৰণে ভৈলা হত ॥
যুদ্ধত নিপুণ বৰ শিৱৰ নন্দন ।
দশ হাজাৰেক সৈন্য কৰিল উচন ॥ ৯৫

ভূঞায়ো ধৰিলা পাচে অন্যায় সমৰে।
শিৱৰ নন্দনে যুদ্ধ কৰে একেশ্বৰে ॥
যিদিনা দুৰ্গাৰ পাৱে নভৈলা ভকতি।
এতেকতে মনৰে ভৈলেক আশকতি ॥ ৯৬

মেচণী স্বৰূপে দুৰ্গাৰ আগমন আৰু ৰন্ধন

সেহি হেতু ভঙ্গ ভৈলা ভূঞাৰ ৰণত।
মহেশৰ পুত্ৰ গৈয়া পশিলা ৰণত ॥
তিনিদিন নিৰাহাৰে ফুৰে দুখ পাই।
মেচণী স্বৰূপে দেৱী মিলিল মিঠাই ॥ ৯৭

মায়াবলে সেহিবনে গৃহ সাজিলন্ত।
শিৱৰ নন্দন সেহি থানে ৰহিলন্ত ॥
দেৱীয়ে কুকুৰা মাৰি ভাতক ৰান্ধিলা।
ভুঞ্জিবাক লাগিয়া বিশুৰ আগে দিলা ॥ ৯৮

ক্ষুধাত থাকিয়া অন্নে গ্ৰাস মাৰিলন্ত ॥
পুৰিলেক মুখ মেচণীয়ে দেখিলন্ত ॥
মায়াবী মেচণী বোলে একো নাজানস।
তপত ভাতত গ্ৰাস কিমতে মাৰস ॥ ৯৯

তঞিও নাজানস একো পূৰ্বাপৰ কথা।
বৰ গোৰখীয়াৰ ভৈলা এনয় অৱস্থা ॥
জুৰাইবাক নেদিলিহি যেন মতে ভাত।
তোৰ মুখ পুৰিলেক দেখিলোঁ সাক্ষাত ॥ ১০০

অন্নক জুৰাই যিটো কৰয় ভোজন।
সমস্তে শৰীৰ সুস্থ হোৱে তেতিক্ষণ ॥
জুৰাইবাক নেদিয়া যিজনে খাই ভাত।
চাৰি ঠাই পোৰে গল-জিহ্বা-তালু-হাত ॥ ১০১

ছদ্মবেশিনী দুৰ্গাৰ উপদেশ

আগ পাচ স্থগুণয় বৰ গোৰখীয়া ।
হঠাতে কৰয় ৰণ জিনিবেক কিয়া ॥
হেন শুনি বিশু বোলে মেচণীক চাই ।
কিমত হঠাত ৰণ কমন উপাই ॥ ১০২

কেনে একো নজানয় বৰ গোৰখীয়া ।
সকলে কহিয়ো তুমি সমাঙ্গ কৰিয়া ॥
মায়াবী মেচণী বোলে শুন মন কৰি ।
যিমতে হাৰয় যেন মতে বলে পাৰি ॥ ১০৩

হৌক বল পৰাক্ৰম বুদ্ধি যাৰ নাই ।
শশাই মাৰিলা সিংহ কুপত পেলাই ॥
শৃগালে মাৰিলে হস্তী পঙ্কত পেলাই ।
কাকে কৰিলেক কেন সৰ্পৰ বিলাই ॥ ১০৪

ইহাৰ কাৰণ ভাল মতে নজানয় ।
আগ পাচ মুগুনিয়া সমৰ কৰয় ॥
ৰণক চলয় ঢোল কৰতাল বাই ।
ভূঞাও থাকয় সবে সৈন্যক খন্তাই ॥ ১০৫

অস্ত্ৰ-শস্ত্ৰ অসংখ্যাত বন্দুক আছয় ।
বুদ্ধি বিনে তাক জিনিবাক নপাৰয় ॥
বৈশাখৰ বিষু আসি হৈব উপসন ।
সৈন্যক বিদায় দিব সন্তোষিয়া মন ॥ ১০৬

সেহি শূন্য সময়ত ৰণে দিব ধাৰ ।
তেবে বৰ ভূঞাক কৰিব বুন্দামাৰ ॥
ঢোল কৰতাল আদি সবে বাদ্য এৰি ।
মনে মনে চলি যাইব অস্ত্ৰ-শস্ত্ৰ ধৰি ॥ ১০৭

দগাহিব লাগয় ভূঞাৰ সৈন্য যত।
তেবে ৰণ জয় হৈব কৈলোঁ স্বৰূপত ॥
দুৰ্গাৰ চৰণ বীৰে শিৰোগত কৰি।
আপন গৃহক গৈলা মৌন পৰিহৰি ॥ ১০৮

**কবিৰ উপদেশ**

দেখা সাধুসব কেন মহন্তৰ দুখ।
অনিত্য সংসাৰ কিঞ্চিতেকো নাই সুখ ॥
যত দেখা ধন জন সবে অকাৰণ।
কেৱলে যশস্যা ৰহে সবে হৰে চন ॥ ১০৯

বলৱন্ত ৰূপৱন্ত ধনুৰ্ধৰ সুই।
ঈশ্বৰৰ ইচ্ছা যেন সেই মাত্ৰ হই ॥
মহাবল পৰাক্ৰমী শিৱৰ নন্দন।
ক্ষুদ্ৰবল ভূঞাত যে হাৰিলেক ৰণ ॥ ১১০

যিহেতু ভকতি কৈলা দুৰ্গাৰ চৰণ।
তাতে যে মনৰ বাঞ্ছা হৈলেক পূৰণ ॥
ব্ৰহ্মাণ্ডৰ জীৱ যত সবেও সমান।
উচ নীচ বঢ়া-টুটা ভক্তি যে প্ৰধান ॥ ১১১

মহাব্যাধ বাল্মীকি নাৰদ দাসীসুত।
নামৰ প্ৰভাৱে ভৈলা জীয়ন্তে মুকুত ॥
মহাবেশ্যা পিঙ্গলা আছিলা শতপতি।
নামৰ প্ৰসাদে পাইলা জীয়ন্তে মুকুতি ॥ ১১২

মহামাতকীও তৰে লৈলে যাৰ নাম।
ধৰ্ম-অৰ্থ-কাম-মোক্ষ সিজে চাৰি কাম ॥
আকে জানি কৃষ্ণৰ চৰণ সাৰ কৰি।
নিৰন্তৰে নৰে ডাকি বোলা হৰি হৰি ॥ ১১৩

# ছবি

অনন্তৰে বিশু বীৰ, চলি যান্ত ধীৰে ধীৰে,
দুৰ্গাৰ চৰণ মনে ধৰি ।
পৰ্বতৰ সমীপত, ভৈলা গৈয়া উপগত,
দেখে এক মূৰ্তি আছে পৰি ॥
সাৱধানে মহাৰাই, হাতত তুলিয়া চাই,
দেখে দশভুজা ভগৱতী ।
পৰম হৰিষ ভৈলা, শিৰোগত কৰি লৈলা,
কৰিলন্ত অনেক ভকতি ॥ ১১৪

দশভুজাৰ মূৰ্তি প্ৰাপ্তি, পূজা আৰু স্তুতি

আপোন ঘৰক গৈয়া গোঁসানী ঘৰত থৈয়া,
বলি দিয়া কৰিলা পূজন ।
বুলিলা অনেক স্তুতি, শুনা মাঞো ভগৱতী,
আমাত হুয়েক সুপ্ৰসন ॥
স্বৰ্গে পূজে দেৱগণে, পাতালত নাগজনে,
ত্ৰিভুবনে পূজে যত লোক ।
কৰিয়ো দাসক দায়া, তুমি আদি মহামায়া,
তোমাৰ চৰণে ভক্তি হৌক ॥ ১১৫

নমো নমো মহাগৌৰী নমো দেৱী শাকম্ভৰী,
তুমি দুৰ্গা সমস্তৰ মাতা ।
নমো নমো কাত্যায়নী, নমো চণ্ডী ত্ৰিনয়নী,
সেৱক জনক বৰদাতা ॥

নমো মাতৃ মহেশ্বৰী, সৰস্বতী বিদ্যাধৰী,
তুমি লক্ষ্মী জগত জননী।
উমা সাৰঙ্গিনী মেধা, ইন্দ্ৰাণী ঈশ্বৰী স্বধা,
দাস বুলি ৰাখাঁ নাৰায়ণী॥ ১১৬

দুৰ্গাৰ কৃপা এহি মতে পৰি তুতি, কৰিলা ভকতি নতি,
দণ্ডৱতে কৈলা প্ৰণিপাত।
দেখিয়া তাহান ভক্তি, সন্তোষ লভিলা শক্তি,
সুপ্ৰসন ভৈলেক সাক্ষাত॥
ঐশ্বৰ্য্য বিভূতি যত, সবে ভৈলা উপগত,
যেবে দুৰ্গা সুপ্ৰসন ভৈলা।
বল বুদ্ধি পৰাক্ৰম, বাঢ়িল যেহেন যম,
দেখি শত্ৰুগণ ভয় হৈলা॥ ১১৭

কতিপয় দিন আছে, চৈত্ৰমাস গৈলা পাচে,
বৈশাখৰ বিষু সময়ত।
ভূঞাসব যি আছিলা, সৈন্যক বিদায় দিলা,
বিনা সৈন্যে ৰহিলা গৃহত॥
ভূঞাৰ পৰাভব সেই বেলা বিশুৰাই, শূন্য সময়ত যাই,
কৰ্ণপুৰ ভূঞাক মাৰিলা।
তাৰ লগে সৈন্য যত, সবাকে কৰিয়া হত,
মনৰঙ্গে দুৰ্গাক স্মৰিলা॥ ১১৮

ফুলগুৰি ভূঞাৰ যাই, খেদি গৈলা মহাৰই,
সেহিৰূপে মাৰিলেক তাক।
শিৱ বীৰ্য্যে ভৈলা জাত, বল পৰাক্ৰমে খ্যাত,
ইন্দ্ৰৰ সদৃশ দেখি যাক॥

তাৰ ফিৰি বৎসৰত, চৈত্ৰ বিষু উপগত,
বৈশাখৰ বিষু আহি ভৈলা।
বেজিনীয়া যিতো ভূঞা, সৈন্যক বিদায় দিয়া,
মহাসুখে নিজ ঘৰে বৈলা॥ ১১৯

শিৱৰ নন্দনে যাই, সেহি সময়ত পাই,
সৈন্য সমে কৰিলা সংহাৰ।
হৰিণক যেন মত, ব্যাঘ্ৰে পাই মাৰে হত,
বিক্ৰমে কৰিলা বৃন্দামাৰ॥
পৰতাপ যাৰ নাম, ৰূপে গুণে অনুপাম,
সমস্ত ভূঞাত শ্ৰেষ্ঠতৰ।
মহাপৰাক্ৰমী বীৰ, গহীন গম্ভীৰ ধীৰ,
পাণ্ডুনাথে ভৈলা যাৰ ঘৰ॥ ১২০

তাহাৰ কনিষ্ঠ ভাই. বলে যেন গজৰাই,
স্নান কৰে ব্ৰহ্মপুত্ৰ জলে।
শিৱৰ নন্দনে যাই, সেহি সময়তে পাই,
তথাতে মাৰিলা বাহু বলে॥
ভ্ৰাতৃ মৰিবাক দেখি, প্ৰতাপ হইল দুখী
মন দুখে কৰিলা ক্ৰন্দন।
হা হা মোৰ প্ৰাণভাই, এৰি গৈলা কোন ঠাই,
কিনো মোৰ বিধিবিড়ম্বন॥ ১২১

হৰিক চিন্তিয়া পাচে, যত দ্ৰব্য বস্তু আছে,
নৌকাত আনিয়া ভৰা দিলা।
আপোনাৰ সৈন্য যত, সোমাইল অসমত,
আপুনিও তথাকে চলিলা॥

প্ৰতাপ ভূঞা যে গৈলা, তাত পাচে যেন ভৈলা,
শুনিয়োক তাত অনন্তৰ ।
বেহাৰত ৰাজধানী স্থাপন আৰু বিল্বৰ ৰাজ অভিষেক
সমস্তে শত্ৰুক মাৰি, বেহাৰত পাট কৰি,
নগৰ সাজিলা ভয়ঙ্কৰ ।। ১২২

নগৰৰ মহাজ্যোতি, যেন জলে অম্ৰাৱতী,
উপমা দিবাৰ ঠাই নাই ।
গড় প্ৰাঞ্চি গৃহ যত, হীৰা মণি মৰকত,
অসংখ্যাত শোভে ঠাই ঠাই ।।
সকলে সম্পূৰ্ণ হৈল, পাচে যেন কথা ভৈল,
শুনিয়োক চৰিত্ৰ বিশেষ ।
হয় হস্তী প্ৰজাগণ, চাপিলেক তেতিক্ষণ,
আনো ৰাজা আসিলা নিশেষ ।। ১২৩

শুভ বাৰ তিথি যোগ, নক্ষত্ৰ কৰণ ভোগ,
দৈৱজ্ঞ সকলে দিলা চাই ।
সমস্তকে শুভ জানি, শিৱপুত্ৰ মহামানী,
দূতক পাঞ্চিলা ঠাই ঠাই ।।
তাহান আদেশ পাই, দূত সব শীঘ্ৰে যাই,
গৈলা সবে দ্বীপ দ্বীপান্তৰ ।
গঙ্গা গয়া বাৰাণসী, লৌহিত্য পুষ্কৰ কাশী
গোদাৱৰী নৰ্মদা সাগৰ ।। ১২৪

বিশ্বসিংহৰ ৰাজ অভিষেকৰ বৰ্ণনা
যমুনাই সৰস্বতী, কাবেৰী পৰম গতি,
আনো তীৰ্থ আছিল যতেক ।
সমস্তৰে আনি জল, কৰিলেক সুমঙ্গল,
অভিষেক কৰিলে প্ৰত্যেক ।।

শঙ্খ ঘণ্টা কৰতাল, ছন্দভি বজাৱে ভাল,
ঢাক ঢোল ডগৰ নাগাৰা।
ৰামবেনা কবিলাস, যাহাৰ মধুৰ ভাষ,
খঞ্জৰীকা মোহৰী দোতাৰা॥ ১২৫

ৰবাব সাৰিণ্ডা বাঁশী, ঝিলি ঝিঞ্জিৰিকা ৰাশি,
রুদ্রক টোকাৰী বাৱে তুড়ি।
মৃদঙ্গ মন্দিৰা খোল, ধোমচিৰ শুনি ৰোল,
গোগোনা ( গগণা ? ) যে বজাৱে মুৰুৰী॥
উপাঙ্গ যে বৰকাঙ্খ, মুচৱই বাৱে জম্ফ,
জয়কালি বজাৱই ভেৰী।
ৰামশিঙ্গা ৰামতাল, ঝোঞ্জৰা বজাৱে ভাল,
গোমুখ বজাৱে উচ্চ কৰি॥ ১২৬

বীৰকালি সিংঘবান, তবল বজাৱে ঘন,
পূৰয় অম্বৰ বাদ্যচয়।
পালি ৰণ শব্দ আতি, দোচৰি ঢোলক জাতি,
আনো বাদ্য অসংখ্য বাজয়॥
উৰুলী জোকাৰ গীত, কন্যাগণ আনন্দিত,
চৌদিশে বেঢ়িলা হৰিধ্বনি।
অসংখ্য বন্দুকচয়, হস্তী ঘোড়া চিহৰয়,
মাত বোল থিতাতে মুশুনি॥ ১২৭

কুবাচ কছাৰীগণে, মাদল বজাৱে ঘনে,
তাৰমতে সিও গাৱে গীত।
তাতে তোলে দেওধাই, অদম্য ভাতক খাই,
সমস্তৰে মন আনন্দিত॥

অসঙ্খ্যাত বিপ্ৰচয়, বেদমন্ত্ৰ উচ্চাৰয়,
ভাটগণে ভটিমা পঢ়য় ।
নট নটী গাৱে গীত, শুনি আতি আনন্দিত,
তাক দেখি সন্তোষ মিলয় ॥ ১২৮

হোম যজ্ঞ আদি যত, অৰ্চিলন্ত নানামত,
যজ্ঞ সাঙ্গে দক্ষিণা কৰিলা ।
ব্ৰাহ্মণ দৈবজ্ঞগণ, অৰ্চিলন্ত জনে জন,
সমস্তৰে মন সন্তোষিলা ॥
দুখী ভিখী দেশান্তৰী, সমস্তৰে মনপূৰী,
অদৰিদ্ৰ কৰি দিলা দান ।
সেহি বেলা লোকজন, আবৰিলা তেতিক্ষণ,
চতুষ্পাৰ্শে ধৰিলা যোগান ॥ ১২৯

দণ্ড ছত্ৰ সিংহাসন, আনি দিলা তেতিক্ষণ,
শুক্ল বৰ্ণ চামৰ শোভন ।
ধ্বজ যে পতাকাচয়, শোভা কৰে অতিশয়,
আনি দিলা আনো অস্ত্ৰগণ ॥
শিৱ দুৰ্গা চিন্তি মনে, বসিলন্ত সিংহাসনে,
কনক আঞ্জলী দান দিলা ।
বস্ত্ৰ অলঙ্কাৰ যত, দাস দাসী নানামত,
শস্য সমে ভূমি উৎসৰ্গিলা ॥ ১৩০

ব্ৰাহ্মণ দৈৱজ্ঞগণ, বৈষ্ণৱ ভকতজন,
দান লৈয়া আনন্দিত ভৈলা ।
পৰম তেজস্বী দেখি, মনত হৈলন্ত সুখী,
তান নাম বিশ্বসিংহ থৈলা ॥

শুনিয়োক সভাসদ, বৈষ্ণৱ ৰাজাৰ পদ,
মহাবীৰ শিৱৰ নন্দন।
কৰিল অনেক কৰ্ম, নানাতীৰ্থ দেৱধৰ্ম,
পুত্ৰৱতে প্ৰজাক পালন ॥ ১৩১

বিশ্বসিংহৰ মহিমা আৰু মাহাত্ম্যৰ বৰ্ণনা

যতেক মহিমাঝাক, কোনে কহিবেক তাক,
যত গুণ অক্ষয় অব্যয়।
ব্ৰহ্মাৰ স্বৰূপ ধৰি, সৃষ্টিকৰে উচ্চকৰি,
আপুনি গাৱয় শাস্ত্ৰচয় ॥
হৃষিকেশ ৰূপধৰি, প্ৰজাক পালন কৰি,
বিভূতি স্বৰূপে নৰেশ্বৰ।
যত সাধু সন্তচয়, গো ব্ৰাহ্মণ যত আছয়,
সবাক পালন্ত নিৰন্তৰ ॥ ১৩২

মহা দুষ্ট চোৰ যত, দণ্ড দ্বাৰা কৰে হত,
বৈৰী সকলক ক্ষয় কৰে।
ধৰিয়া মহেশ ৰূপ. পৰম গহন ভূপ,
দুষ্ট প্ৰজাসবক সংহাৰ ॥
অজৰ অমৰ কায়, ধৰিলন্ত মহাৰায়,
প্ৰাণ সঞ্চয়ন কৰিলন্ত।
ধৰি ৰূপ ইন্দ্ৰ সম, দৰশাৱে পৰাক্ৰম,
যুদ্ধৰ সময়ে বলৱন্ত ॥ ১৩৩

আদিত্য স্বৰূপ ধৰি. জগত প্ৰকাশ কৰি,
একে থানে বসিয়া থাকয়।
তাতে থাকি কৰে দান, বহি যাই নানা থান,
শুক্ল যশে সংসাৰ ঢাকয় ॥

বায়ু ৰূপে নৰেশ্বৰ, ক্ৰোধ কৰে গুৰুতৰ,
দূতগণ পাঞ্চে দশোদিশ।
বায়ুৰ ক্ৰোধত থাকি, মেঘগণ চলে ঢাকি,
সেহিৰূপ বায়ুৰ সদৃশ ॥ ১৩৪

খাণিতেকে শান্ত হয়, বোলে মৃদু বাক্যচয়,
বায়ুৰূপ এতেক লক্ষণ।
ধৰিয়া বৰুণ ৰূপ, পৰম গহন ভূপ,
সবে দেৱ কৰয় পূজন ॥
ধ্যান মন্ত্ৰ জপচয়, হোম যজ্ঞ আচৰয়,
এহিমতে দেৱ আৰাধয়।
বৰুণে যেহেন মতে, জল দিয়ে জগতকে,
প্ৰাণীক সন্তোষ কৰাৱয় ॥ ১৩৫

কাল ৰূপে নৰেশ্বৰ, ক্ৰোধ কৰে ভয়ঙ্কৰ,
সংহাৰে ধৰয় যমৰূপ।
অগণিৰ ৰূপচয়, তেজস্বী নিৰ্মল হয়,
নৃপতিৰ এনয় স্বৰূপ।
কুবেৰ স্বৰূপ ধৰে, দৰিদ্ৰক দান কৰে,
অদৰিদ্ৰ কৰে নিৰন্তৰ।
ধৰিয়া গণেশ ৰূপ, অগ্ৰভাগ ভুঞ্জে ভূপ,
এহি ৰূপ জানা নৃপবৰ ॥ ১৩৬

চন্দ্ৰৰ স্বৰূপ ধৰি, প্ৰকৃতিৰ মন পূৰি
ধৰ্মকাৰ্য্য কৰে প্ৰকাশিত।
সুশীতল বাক্যচয়, দেব দ্বিজ আৰাধয়,
পূৰে প্ৰাণী সবৰ বাঞ্ছিত ॥

সিদ্ধ বিদ্যাধৰ ৰূপে, আনন্দ কৰয় নৃপে,
যক্ষৰূপে ধনক সাঞ্চয় ।
গন্ধৰ্ব স্বৰূপে পুষ্প, চন্দন পিন্ধয় উচ্চ,
নানা বৰ্ণ বস্ত্ৰক পিন্ধয় ॥ ১৩৭

বাসুকীৰ ৰূপচয়, মণিগণ প্ৰকাশয়,
ৰত্ন আদি যত অলঙ্কাৰ ।
সমস্তকে পিন্ধি আতি, শোভা কৰে মহাজ্যোতি,
যেন ঝিলিমিলি পেচন্দাৰ ॥
দানৱৰ বল আতি, ৰূপ যুক্ত মহীপতি,
প্ৰকাশ কৰয় আতিশয় ।
ধৰিয়া দুৰ্গাৰ ৰূপ, তেজস্বী হৱয় ভূপ,
শত্ৰুগণ সংহাৰ কৰয় ॥ ১৩৮

সৰ্বভোগ কৰে যত, সত্য কহে নানামত,
পাৰ্বতী স্বৰূপে নৰপতি ।
যতেক বিভূতি আছে, থাকে নৃপতিৰ কাছে,
তাক সবে দেখিও সম্প্ৰতি ॥
পৃথিৱীৰ যত নৰে, খাটে নৃপতিৰ ঘৰে,
এহিৰূপ জানা সাগৰৰ ।
গহীন গম্ভীৰ ধীৰ, মহাবলৱন্ত বীৰ,
সবাতে কৰিয়া শ্ৰেষ্ঠত্তৰ ॥ ১৩৯

নানা শাস্ত্ৰ গ্ৰন্থচয়, তত্ত্বক ভেদিয়া লয়,
ধৰ্ম কাৰ্য্য চলাৱে সম্প্ৰতি ।
বেদ ৰামায়ণ যত, নিত্যে পঢ়ে ভাগৱত,
সেহিখানি ৰূপ সৰস্বতী ॥

গঙ্গাৰূপ নৰেশ্বৰ, মহাশুদ্ধ কলেৱৰ,
যাক দৰশনে পাপ ক্ষয়।
অধৰ্মক কৰে নাশ, ধৰ্ম কৰে পৰকাশ,
গঙ্গাগুণ ৰাজাতে আছয় ॥ ১৪০

লক্ষ্মীৰ স্বৰূপ যত, নৃপতিৰ শৰীৰত,
সৰ্ব ধৰ্ম কৰে নিয়োজিত।
প্ৰচণ্ড স্বৰূপ ধৰি, চক্ষুক কটাক্ষ কৰি,
চণ্ডৰূপ কৰয় বিদিত ॥
যি বেলা আনন্দ হয়, শুনি গীত বাদ্যচয়,
অপেস্বৰা ৰূপ তেতিক্ষণ।
বৃহস্পতিৰূপ হয়, সত্ত্বগুণ প্ৰকাশয়,
দেৱতাক কৰয় পূজন ॥ ১৪১

বিপ্ৰ বৈষ্ণৱক দান, সাধুৰ বঢ়ায়ে মান,
সত্ত্বগুণ এতেক লক্ষণ।
পৰম্ব্ৰহ্ম দিবাকৰে, আত্মাক প্ৰকাশ কৰে,
চন্দ্ৰে আসি প্ৰকাশয় মন ॥
বল সত্ত্ব নিৰন্তৰে, মঙ্গলে প্ৰকাশ কৰে,
বুধে আসি বাক্য বোলায়য়।
বুদ্ধিক বঢ়ায়ে অতি, দেৱগুৰু বৃহস্পতি,
কামে শুক্ৰ জানিবা নিশ্চয় ॥ ১৪২

শনি ৰাহু কেতু তিনি, ৰূপে নৃপশিৰোমণি,
প্ৰজাসকলক কৰে ক্ষয়।
স্বৰ্গ মৰ্ত্য পাতালত, আছয় বিভূতি যত,
নৃপৰ শৰীৰে প্ৰকাশয় ॥

আনো যত দেৱঝাকে, নৃপৰ শৰীৰে থাকে,
এতে বিশ্বৰূপ নৰেশ্বৰ।
হেনয় মহেন্দ্ৰ ৰাজা, পুত্ৰৱতে পালে প্ৰজা,
মহাবল শিৱৰ কুমাৰ॥ ১৪৩

সিংহাসনে বসি বীৰে, প্ৰকাশয় নিৰন্তৰে,
যেন দেখি সাক্ষাতে বীৰিঙ্গ।
সংসাৰৰ গুণচয়, শৰীৰত প্ৰকাশয়,
এতে তান নাম বিশ্বসিংহ॥
শুনা সভাসদচয়, নৃপতিৰ মহোদয়,
যদি আত শঙ্কা কৰা মনে।
বিভূতি যোগত কৃষ্ণে, অৰ্জুনত কৈলা নিষ্টে,
বুজিয়োক তাহান বচনে॥ ১৪৪

হৰগৌৰী সম্বাদত, নৃপতিৰ আখ্যানত,
আপুনি কহিছে ত্ৰিনয়নে।
বিশ্বৰূপ নৰপতি, সকলে প্ৰাণীৰ গতি,
শুনিয়োক সভাসদগণে॥
তাঙ্ক বিচাৰিয়া চাই, যদি দেখা কথা নাই,
তেবে নিন্দা কৰিবা আমাক।
নিবিচাৰি গ্ৰন্থগণ, নিন্দা কৰে সাধুজন,
তেবে আমি কি বুলিবো কাক॥ ১৪৫

মঞি মহা মূঢ়মতি, নাজানো ভকতি নতি,
এক কৃষ্ণ চৰণে শৰণ।
অভয় চৰণে মোক, দাস বুলি ৰাখিয়োক,
তযু পাৱে কৰোহোঁ বন্দন॥

কৃষ্ণে সে দেৱৰ দেৱ, কৃষ্ণ বিনে নাহি কেৱ,
এৰাঁ সবে ভাসভুষ কাম।
আপুনি সংসাৰ তৰাঁ, পুৰুষ উদ্ধাৰ কৰাঁ,
নিৰন্তৰে বোলাঁ ৰাম ৰাম ॥ ১৪৬

## পদ

আত অনন্তৰ কথা শুনা মহামতি।
বিশ্বসিংহ নাম যিতো প্ৰধান নৃপতি ॥
মহাদানী মানী সৰ্ব ধৰ্মত পাৰ্গত।
অম্রাৱতী পুৰে পুৰন্দৰ যেন মত ॥ ১৪৭

তান সম কোন আছে ভকত বৎসল।
একছত্ৰে পালিলন্ত ধৰণী মণ্ডল ॥
আনো নানা পৰাক্ৰম কৰিলা যতেক।
সংক্ষেপ পয়াৰে তান্ক কহিবো কতেক ॥ ১৪৮

একদিনা সভামধ্যে কৰি আলোচন।
মন্ত্ৰীক সম্বুদ্ধি ৰাজা বুলিলা বচন ॥
যৌৱৰাজ্য পদত ভ্ৰাতৃ শিশু
মাঙ্গল্য ৰজত দ্ৰব্য আন শীঘ্ৰ কৰি।
যুৱৰাজ শিশুক পাতিবো আজি ধৰি ॥ ১৪৯

নৃপতিৰ শুনি হেন প্ৰচণ্ড বচন।
আনিল সকলে দ্ৰব্য যত ভৃত্যগণ ॥
সমস্ত তীৰ্থৰ জল কৰি এক ঠাই।
ব্ৰাহ্মণ দৈৱজ্ঞগণ অনাইলা মতাই ॥ ১৫০

বিজয় মুহূৰ্ত ক্ষণ তেসম্বে কহিলা।
সেহি বেলা যুৱৰাজ শিশুক পাতিলা ॥
শঙ্খ ঘণ্টা ঢাক ঢোল শিঙ্গা কালি ভেৰী।
জয় কালি ৰামবেনা বজায়ে মহৰি ॥ ১৫১

খোল কৰতাল বায়ে নাগাৰা মৃদঙ্গ।
দোতাৰা সাৰিণ্ডা বাঁশী ৰবাব উপাঙ্গ ॥
ৰামতাল ৰামবীণা বায়ে বৰকাঞ্চ।
সপ্তস্বৰা কলন্দাৰ বজায়ে অসংখ্য ॥ ১৫২

আনো অসংখ্যাত বাদ্য অনেক বাজয়।
সংক্ষেপ কহিলোঁ পদ বাহুল্যক ভয় ॥
সেহি সময়ত সৈন্য আছিলা যতেক।
তাৰ সংখ্যা কৰি কোনে কহিব প্ৰত্যেক ॥ ১৫৩

গায়ে গায়ে সমস্তৰে সন্তোষিলা মন।
যাক যতোচিত ধন ৰত্ন দিলা দান ॥
দুখী ভিখী দেশান্তৰী যতেক আছিলা।
অদৰিদ্ৰ কৰি সমস্তকে দান দিলা ॥ ১৫৪

পণ্ডিত ব্ৰাহ্মণগণ দৈৱজ্ঞ যতেক।
সমস্তকে গায়ে গায়ে তুষিলা প্ৰত্যেক ॥
ৰাজ্যক পুষিলা অন্ন জল কৰি দান।
নাহি কয় যুৱৰাজ তাহান সমান ॥ ১৫৫

যুৱৰাজৰ গুণাৱলী

সম দম ভেদ দায়া অস্ত্ৰশাস্ত্ৰ যত।
শৌচাচাৰ গীত বাদ্য সবাতে পাৰ্গত ॥

সুন্দৰ শৰীৰ ধীৰ গম্ভীৰ স্বভাৱ ।
দেৱ দ্বিজ সাধুভক্ত পূজে সৰ্বভাৱ ॥ ১৫৬

নাহি লোভ মোহ উপবাসে সদামন ।
দুষ্টক দণ্ডয় বৈৰ কৰে সংহাৰণ ॥
সত্যবাদী জিতেন্দ্ৰিয় জানে কাল দেশ ।
পৰ উপকাৰে মতি ধৰ্মাত্মা বিশেষ ॥ ১৫৭

মন্ত্ৰীবাক্য সদা নেৰে সবাতে বিনয় ।
বল বীৰ্য্য পৰাক্ৰম বুদ্ধি আতিশয় ॥
আনো নানা গুণগণ যতেক আছেয় ।
সংক্ষেপে কঁহিলো কৰি বাহুল্যক ভয় ॥ ১৫৮

যুৱৰাজ চৰিত্ৰক এহি মানে থওঁ ।
তাত পাছে যি কৰিলা তাক কিছু কওঁ ॥
যুৱৰাজ পাতি পাচে শিৱৰ নন্দন ।
কাহাক পাতিবোঁ মন্ত্ৰী গুণে মনেমন ॥ ১৫৯

ভালবেসে ভাল হয় হীন বংশে হীন ।
শ্ৰেষ্ঠ মন্ত্ৰীৰ গুণাৱলী
ধনী বংশে ধনী হয় দুখী বংশে দীন ॥
চোৰ বংশে চোৰ হয় সন্ত বংশে সন্ত ।
শ্ৰেষ্ঠ বংশে মন্ত্ৰী সৰ্ব শাস্ত্ৰত কহন্ত ॥ ১৬০

অসন্ত বস্তুৰ কৈতো নাহিকে প্ৰকাশ ।
সন্ত বস্তু হৈল কদাচিতো নাই নাশ ॥
এহি মনে গুণি সাৰ কৰিয়া মনত ।
দূতক সম্বোধি বাক্য বোলে সমাজত ॥ ১৬১

৩

শ্রেষ্ঠ বংশে জন্ম যিটো মেচ বাৰ ঘৰ ।
মোহোৰ আদেশে তাঙ্ক আনিও সত্তৰ ॥
এহি বুলি শীঘ্রে দূত পাঠিয়া দিলন্ত ।
বাৰয় ঘৰৰ বাৰ গোটা অনাইলন্ত ॥ ১৬২

বাৰমেচ

পাণবৰ বৰিহনা ফেদফেদো ৰাই ।
ভেদেলা যে গুৱাবৰ বৈহাগু জগাই ॥
নামত কাঠিয়া মেঘা গড়কাটা বীৰ ।
ডোখোৰা যে যুদ্ধাবৰ বুদ্ধিমন্ত ধীৰ । ১৬৩

এহি বাৰ জন আনি শুভক্ষণ চাই ।
সবাকে পাতিলা কাৰ্জি আজ্ঞাক শুনাই ॥
বৰিহনা বৈহাগু দুতয় বুদ্ধিমন্ত ।
মন্ত্রী কাৰ্য্যে তাৰা দুইকো আদেশ দিলন্ত ॥ ১৬৪

মন্ত্রী বৰিহনা

বৰিহনা চৰিত্র শুনিয়ো যেন হয় ।
বুদ্ধিৰ সাগৰ কাল দেশক জানয় ॥
সন্ধি বিগ্রহক জানে শাস্ত্রত পণ্ডিত ।
সাৰথিৰ কৰ্ম বুজে ৰাজাৰ ইঙ্গিত ॥ ১৬৫

নৃপতিক চিন্তে জিতেন্দ্রিয় গুণৱন্ত ।
যুদ্ধত নিপুণ সৰ্ব ধৰ্মক জানন্ত ॥
দুষ্টৰ সম্বন্ধি যেন অন্তক সমান ।
অপ্রমত্ত দয়াৱন্ত বুদ্ধিত সুজন ॥ ১৬৬

মন্ত্রী বৈহাগু

আত অনন্তৰে বৈহাগুৰ যেন নয় ।
সংক্ষেপ কৰিয়া কঁহো জানিবা নিশ্চয় ॥

লোভ মোহ খল দম্ভ ক্ৰোধ বিবৰ্জ্জিত।
পৰম মন্ত্ৰজ্ঞ ধন পুত্ৰ প্ৰতিষ্ঠিত॥ ১৬৭

ধৰ্ম শাস্ত্ৰ জানে শৌচাচাৰে সদা মন।
মিত্ৰলাভ আদি মন্ত্ৰণাত শ্ৰেষ্ঠজন॥
উত্তম মধ্যম প্ৰাকৃতৰ যেন নয়।
দৃষ্টি মাত্ৰে সমস্তৰে চিত্তক বুজয়॥ ১৬৮

দেৱত পিতৃত ভক্ত সৰ্বগুণান্বিত।
দুষ্টক দণ্ডিত মন সন্তক পালিত॥
এহি দুই মন্ত্ৰী তান জগততে সাৰ।
শুনিয়োক সেনাপতি যেহেন ৰাজাৰ॥ ১৬৯

সেনাপতি

বুদ্ধাবৰ নাম তান জগতে বিদিত।
মহা বুদ্ধিমন্ত সৰ্ব শাস্ত্ৰত পণ্ডিত॥
ঐশ্বৰ্য্য যুগুত জিতেন্দ্ৰিয় অপ্ৰমত্ত।
ধনুৰ্বেদ জানে দৃষ্টিশিক্ষাত পাৰ্গত॥ ১৭০

দিনে ৰাত্ৰি নৃপতিক চিন্তিয়া থাকয়।
ত্যাগত কুশল সুন্দৰত শুচি নয়॥
অশ্ব শিক্ষা বিশাৰদ লোকহিতকাৰী।
যুদ্ধাযুদ্ধ সন্ধি বিগ্ৰহৰ অধিকাৰী॥ ১৭১

নাহি ৰাগ দ্বেষ শুদ্ধচিত্ত সত্যবাদী।
নিতান্তে পূজয় দেৱদ্বিজভক্ত আদি॥
পৰম কৃতজ্ঞ দেশ কালক জানয়।
মহা তত্ত্বগামী ধৰ্ম কাৰ্য্যে প্ৰৱৰ্ত্তয়॥ ১৭২

ৰাজ পুৰোহিত

হেনয় লক্ষণ যুক্ত ভৈলা সেনাপতি।
বিপ্ৰৰ চৰিত্ৰ কহোঁ শুনিয়ো সম্প্ৰতি॥
সাৰ্বভৌম নামে ভৈলা ৰাজ পুৰোহিত।
চাৰি বেদ চৈধ্য শাস্ত্ৰ সবাতে পণ্ডিত॥ ১৭৩

শ্ৰুতি স্মৃতি বেদ বেদাঙ্গৰ তত্ত্ব জানে।
জানয় বিশেষ চতুষষ্টি কলা মানে॥
বাৰ কন্ধ ভাগৱত পুৰাণ যতেক।
সপ্তকাণ্ড ৰামায়ণ ভাৰন্ত প্ৰত্যেক॥ ১৭৪

অঠৰয় তন্ত্ৰ কাব্যগণ যত যত।
গীত বাদ্য আদি কৰি সবাতে পাৰ্গত॥
বাঁহ কাঠ আদি কৰি আনো যত কাম।
সবাকে জানয় এতে সাৰ্বভৌম নাম॥১৭৫

ধ্যান মন্ত্ৰে তুষিলেক পাৰ্বতী গোঁসানী।
যেহি বোলে সেহি হৱে বাক্য নহে হানি॥
পৰম গহন ধৰ্ম শাস্ত্ৰত পাৰ্গত।
নৃপতিক ধৰ্ম শিক্ষা দেন্ত নানামত॥১৭৬

দৈৱজ্ঞ

আতপৰে দৈৱজ্ঞৰ শুনা যেন নয়।
শ্ৰীবৰ যাহাৰ নাম প্ৰকাশ কৰয়॥
গ্ৰহ নক্ষত্ৰৰ গতি ৰাশি যোৰা গ্ৰন্থ।
ভূত ভৱিষ্যত বৰ্তমানক জানন্ত॥ ৭৭

মহাশাস্ত্ৰমতি ধীৰ পৰম পণ্ডিত।
নৃপতিৰ হিত মাত্ৰ বাঞ্ছে প্ৰতিনিত॥

নৃপে যত ধৰ্ম কাৰ্য্য কৰে নিৰন্তৰ।
গণিয়া কহয় তিথি নক্ষত্র বাসৰ॥ ১৭৮

কালচক্র গণি শুভ অশুভ যতেক।
নৃপতিৰ আগে গৈয়া কহন্ত প্রত্যেক॥
অশুভ হৰয় গ্রহগণ যত যত।
সমস্তকে পূজা কৰে নৃপৰ সম্মত॥ ১৭৯

বৈদ্য

আত পৰে বৈদ্যৰ চৰিত্র শুনিয়োক।
যাহাৰ কাৰণে সবে গুচে ৰোগ শোক॥
বেদ শাস্ত্র জানে ব্যাধি চিনয় নিশেষ।
মহৌষধি গুণ গুণ জানয় বিশেষ॥ ১৮০

সবে ব্যাধি নষ্ট কৰে ঔষধৰ বলে।
অভিচাৰ মন্ত্র যন্ত্র জানয় সকলে॥
সাম যে অথৰ্ব বেদ শান্তি কৰ্ম যত।
ভোজনৰ হিতাহিত জানন্ত সমস্ত॥ ১৮১

সবে গুণান্বিত সিটো পৰম প্রধান।
যাত পৰে বৈদ্য আৰ নাহি আন ঠান॥

তামুলী

নৃপৰ তাম্বুলী যেন শুনা আত পৰে।
শাস্ত্রত পণ্ডিত ধৰ্ম জানে নিৰন্তৰে॥ ১৮২

পৰম নীতিজ্ঞ ধীৰ সুচাৰু বচন।
প্রসিদ্ধে জানয় তাম্বুলৰ গুণগণ॥
অহোৰাত্র তাম্বুলক সদা যোগায়য়।
নৃপতিত পৰে অন্য দেৱ নজানয়॥ ১৮৩

স্বপকাৰ
(ৰান্ধনি)

হেনয় লক্ষণ যুক্ত তাম্বুলী নৃপৰ।
স্বপকাৰ লক্ষণ শুনিয়ো আত পৰ॥
কুলীন গম্ভীৰ জীতেন্দ্ৰিয় সত্যবাদী।
সত্ত্ব গুণ শাস্ত্ৰ দৃষ্টে কৰে কৰ্ম আদি॥ ১৮৪

গৌৰ বৰ্ণ দেহা প্ৰিয়ঃবাক্যে সদা ৰতি।
সুকোমল নখ কেশ স্নিগ্ধ স্বচ্ছ আতি॥
বৈদ্য শাস্ত্ৰ বিশাৰদ দ্ৰব্য গুণ জানে।
যথা প্ৰিয় বস্তু হৱে নৃপৰ ভোজনে॥ ১৮৫

বাত পিত্ত কফ শ্লেষ্মা যেন নলজ্ঘয়।
ভোজনৰ দ্ৰব্য সেহিমতে মিলাৱয়॥
যি তিথিত যি ব্যঞ্জন খাইতে নিষেধন।
সবাকে জানয় স্বপকাৰ শুদ্ধ জন॥ ১৮৬

ভণ্ডাৰী
(ভড়ালী)

ভণ্ডাৰীৰ লক্ষণ শুনিও অনন্তৰ।
সমস্ত কৰ্মতে শ্ৰেষ্ঠ নাহি যাত পৰ॥
দেৱ-দেৱী পূজনে সদায় যাৰ চিত।
শৌচাচাৰ জানে সৰ্ব শাস্ত্ৰত পণ্ডিত॥ ১৮৭

অলুব্ধক জীতেন্দ্ৰিয় ব্ৰতে নিষ্ঠ মন।
দম্ভ মোহ বিবৰ্জিত লাৱণ্য বচন॥
আয় ব্যয় দুইটো সমভাৱে প্ৰৱৰ্তয়।
নৃপৰ ভণ্ডাৰী হেন জানিবা নিশ্চয়॥ ১৮৮

মজিন্দাৰ

আতপৰে শুনা মজিন্দাৰৰ লক্ষণ।
পৰম পণ্ডিত ধৰ্ম শাস্ত্ৰে যাৰ মন॥

কুলীন গহীন সত্য ধৰ্ম গুণান্বিত।
দৰ্শন মাত্ৰকে বুজে ৰাজাৰ ইঙ্গিত ॥ ১৮৯

সন্ধি বিগ্ৰহক মিত্ৰলাভ সুহৃদভেদ।
মন্ত্ৰণা জানয় সিদ্ধান্তৰ পৰিচ্ছেদ ॥
লঘুহস্ত জিতাক্ষৰ জানে শৌচাচাৰ।
হেনয় লক্ষণ যুক্ত ৰাজমজিন্দাৰ ॥ ১৯০

নৃপৰ চাৰৰ শুনা লক্ষণ যেনয়।
চাৰ (দূত) ইঙ্গিততে বুদ্ধি মন তত্বক বুজয় ॥
মহা বলৱন্ত ভেশধাৰী প্ৰিয়বাদী।
সত্যতেসে প্ৰৱৰ্ত্তয় নহে অপ্ৰমাদী ॥ ১৯১

যি দেশত যেহি কাৰ্য্য হৱে উপগত।
নিশেষ জনাই গৈয়া ৰাজাৰ আগত ॥
হেনয় লক্ষণ চাৰ অনেক আছয়।
সংক্ষেপে কহিলো পদ বাহুল্যক ভয় ॥ ১৯২

দ্বাৰী দ্বাৰীৰ লক্ষণ কহো হৱে যেন মত।
অহোৰাত্ৰে নিবাস কৰয় দুৱাৰত ॥
পৰম ধাৰ্মিক শৌচাচাৰে সদা ৰতি।
নৃপতিৰ হিতক বাঞ্ছয় প্ৰতিনিতি ॥ ১৯৩

সুখ দুখ প্ৰাণীৰ বুজয় নিৰন্তৰ।
নৃপৰ আগত গৈয়া কহে পূৰ্বাপৰ ॥
বিদেশৰ দূতগণ দ্বাৰে উপস্থিত।
তাৰ তত্ত্ব বুদ্ধি গৈয়া কৰে নৃপতিত ॥ ১৯৪

ইসৱক আজ্ঞা কৰি শিৱৰ নন্দন।
বিষয়া পাতিবে প্ৰতি কৰিলন্ত মন॥
ধৰ্ম্মিষ্ঠ নীতিজ্ঞ বুদ্ধি বলৱন্ত চাই।
যুদ্ধত প্ৰপন্ন সংগ্ৰামক আগুৱাই॥ ১৯৫

গণনাতো গণি ভাল ভাল ভৃত্য যত।
ঠাকুৰীয়া শইকীয়া — বযয়া পাতিবে লৈলা সভাৰ মধ্যত॥
বিংশতি পাইকৰ অধিকাৰী ঠাকুৰীয়া।
শতেকৰ অধিপতি পাতি শইকীয়া॥ ১৯৬

সহস্ত্ৰৰ অধিকাৰী পাতিলা হাজাৰী।
হাজাৰী (হাজৰিকা?) — উম্ৰাও তিনি হাজাৰৰ অধিকাৰী॥
উম্ৰা — বাইশ উম্ৰাৰ পতি নবাব পাতিলা।
নবাব — এহি মতে ভাগে ভাগে আদেশ কৰিলা॥ ১৯৭

বৃদ্ধ বালকক এৰি যুবত যতেক।
সৈন্য সামন্ত — ভাগে ভাগে গণি গণি বুজিলা প্ৰত্যেক॥
বাৱন্ন যে লক্ষ সৈন্য পঞ্চিশ হাজাৰ।
সমূহে লেখিলে সৈন্য অসঙ্খ্য অপাৰ॥ ১৯৮

হস্তী ঘোঁড়া গৰ্দ্দভ মহিষ উট যত।
অসংখ্য আছয় তাৰ লেখা কৈবোঁ কত॥
এহি মতে সৈন্যগণ কৰি নিৱন্ধন।
অসমক মাৰিবাক কৰিলন্ত মন॥ ১৯৯

শুনা মন্ত্ৰীসব মোৰ আদেশক ধৰা।
গজ বাজি সৈন্যসব শীঘ্ৰে সাজ কৰা॥

আহোম ৰাজ্য আক্ৰমণ

নৃপতিৰ শুনি হেন প্ৰচণ্ড বচন।
অস্ত্ৰে শস্ত্ৰে সৈন্য সব সাজিলা তেখন ॥২০০

হস্তী ঘোঁড়া আদি যত যুদ্ধৰ সম্ভাৰ।
উট বলধিত লৈয়া খৰচ অপৰ ॥
সৈন্যসব সঙ্গে লৈয়া পাচে নৰেশ্বৰ।
গড়গাঁও মাৰিবাক চলিলা সত্বৰ ॥ ২০১

অধৰ্মত মতি নাই ধৰ্ম ব্যতিৰেকে।
ৰাজ্য লুটিবাক প্ৰতি বাধা কৰিলেকে ॥
আপোনাৰ খৰচ আনিছে যত যত।
তাকে সে ভুঞ্জোক সবে মোহোৰ সম্মত ॥ ২০২

এহি বুলি চলি যান্ত শিৱৰ কুমাৰ।
ত্ৰিদশ সহিতে যেন দেৱ পুৰন্দৰ ॥
অসংখ্য কটক সৈন্য লেখা জোখা নাই।
সৈন্যৰ হিঙ্গনি পান্থ ধূলি উৰি যাই ॥ ২০৩

কতো দিন যান্তে পাইলা গাওঁৰ সমুখ।
ধুকাইল খৰচ ভৈল সমস্তৰে দুখ ॥
মনে মনে গুণে পাচে শিৱৰ তনয়।
ৰাজ্য লুটিবাক দিলে অধৰ্ম হুৱয় ॥ ২০৪

নেদিলেও মৰে দেখোঁ মোৰ সৈন্যগণ।
মন্ত্ৰীক সম্বুদ্ধি ৰাজা বুলিলা বচন ॥
শুনা মন্ত্ৰীসৱ মোৰ বিশেষ উপাই।
ধৰ্ম বিনে মোৰ অধৰ্মত মতি নাই ॥ ২০৫

নকৰোহোঁ ৰণ ফিৰি বেহাৰক যাওঁ।
অধিক খৰচ আনি লেঢ়াই লগাওঁ ॥
অসমক মাৰিয়া কৰিবোঁ বৃন্দামাৰ।
শুনি মন্ত্ৰীগণে প্ৰসংশিলা বাৰম্বাৰ ॥ ২০৬

এহি হৌক বুলি সবে পাঙ্গাত আসিলা।
কান্ত নামে নগৰত আনন্দে ৰহিলা ॥
নগৰ প্ৰকাশে যেন কৈলাস সমান।
দক্ষিণ পশ্চিম পূব দ্বাৰ তিনিখান ॥ ২০৭

**কমতেশ্বৰীদেৱীৰ মন্দিৰৰ বৰ্ণনা**

অগ্নি কোণে দেৱীগঞ্জ আছয় সাক্ষাত।
নামত কমতেশ্বৰী দেৱী আছে তাত ॥
গন্ধে পুষ্পে ধূপে দীপে যি জনে পূজয়।
মনৰ কামনা সিদ্ধি আৱশ্যকে হয় ॥ ২০৮

পাষাণে ইষ্টকে মঠ কৰিছে নিৰ্মাণ।
দ্বিতীয় কৈলাস যেন শোভে থানখান ॥
পাৰিষদ সমে হৰি লিখিছে সাক্ষাত।
হৰগৌৰী নন্দী ভৃঙ্গী লিখি আছে তাত ॥ ২০৯

ইন্দ্ৰ আদি দিকপাল লিখিয়া আছয়।
বাহন সহিতে সবে প্ৰকাশ কৰয় ॥
মৎস্য কূৰ্ম আদি কৰি দশ অৱতাৰ।
শ্ৰীকৃষ্ণক লিখিছন্ত গোপিনীবিহাৰ ॥ ২১০

লক্ষ্মী সৰস্বতী লিখি আছন্ত তহিত।
অনন্তক লিখিছন্ত কচ্ছপে সহিত ॥

বাসুকিক আদি কৰি অষ্ট নাগগণ।
সুতলৰ বলি ৰাজা কৰিছে লিখন ॥ ২১১

অপেস্বৰা লিখিছে লিখিছে পাৰিজাত।
বিদ্যাধৰ গন্ধৰ্ব লিখিছে অসংখ্যাত ॥
আদিত্যক আদি কৰি নৱ গ্ৰহগণ।
গাৱে গাৱে সমস্তকে কৰিছে লিখন ॥ ২১২

গৰুড়ক আদি কৰি পক্ষী সমস্তয়।
ভাগে ভাগে সমস্তক লিখিয়া আছয় ॥
মৃগেন্দ্ৰক আদি কৰি পশুগণ যত।
যাৰ যেন বৰ্ণ তাক লিখিছে সমস্ত ॥ ২১৩

চতুঃষষ্টি যোগিনী আৰৱ ভূতগণ।
প্ৰমথ ভৈৰৱ লিখি আছে জনে জন ॥
জ্যোতিৰ প্ৰভাৱে চক্ষু মেলন নযাই।
তাম্ৰ কাংস ৰজতে শোভয় ঠাই ঠাই ॥ ২১৪

হীৰা মৰকত কতো বৈদূৰ্য্য ৰাখৰে।
ফটিক কাঞ্চনে দীপ্তি কৰে নিৰন্তৰে ॥
মুকুতা মুৰাৰি থোপা আঁৰি আছে তাত।
দণ্ড ছত্ৰ চামৰ প্ৰকাশে অসঙ্খ্যাত ॥ ২১৫

অগৰু সুৰভি গন্ধে দিশ আমোদিত।
পুষ্পৰস পিয়া ভ্ৰমৰাই কৰে নৃত্য ॥
প্ৰাতসৱে পৰা বিপ্ৰগণে পূজা কৰে।
বেদ স্তুতি চণ্ডী পাঠ পঢ়ে উচ্চস্বৰে ॥ ২১৬

পূজা অৱসানে বিপ্ৰগণে কৰে জপ ।
সেহি বেলা উপস্থিত বিশ্বসিংহ নৃপ ॥
বিশ্বসিংহৰ গোঁসানী পূজা
কুশ হস্ত হৈয়া বসি বিষ্ণুক স্মৰি ।
গোঁসানীক পূজা কৰে মূল মন্ত্ৰ স্মৰি ॥ ২১৭

বলি দিয়া স্তুতি কৰি প্ৰণাম কৰয় ।
বেদ মন্ত্ৰ পঢ়ি বিপ্ৰগণে আশীষয় ॥
নটে-ভাটে গায়নে বায়নে গাৱে গীত ।
এহি মতে গোঁসানীক সেৱে প্ৰতিনিত ॥ ২১৮

বাণেশ্বৰৰ মহিমা বৰ্ণন
উত্তৰে আছয় শিৱ বাণেশ্বৰ নাম ।
যাক সেৱি পাৱে ধৰ্ম অৰ্থ মোক্ষ কাম ॥
থানৰ মহিমা যত কহন নযাই ।
অদ্ভুত মহিমা উপমাৰ ঠাই নাই ॥ ২১৯

থানে থানে আছে তাত দিব্য সৰোবৰ ।
উৎপল কুমুদ পদ্ম আছে নিৰন্তৰ ॥
থলে আছে থল পুষ্পগণ অসঙ্খ্যাত ।
পদ বাহুল্যাক ভয়ে নিলিখিলোঁ আত ॥ ২২০

অসঙ্খ্যাতে বিপ্ৰে পূজা কৰন্ত সদাই ।
তাল যন্ত্ৰ আদি বাদ্য অপৰ্য্যান্ত বাই ॥
নটে ভাটে প্ৰাৰ্থীগণে পৰি কৰে স্তুতি ।
সেহি সময়ত বিশ্বসিংহ নৰপতি ॥ ২২১

ষোড়শোপচাৰে পূজা আপুনি কৰয় ।
ব্ৰহ্মামন্ত্ৰ জপি মূলমন্ত্ৰউচ্চাৰয় ॥

দণ্ডৱতে পৰি স্তুতি কৰন্ত বিস্তৰ।
তাহান স্তুতিত তুষ্ট হৱন্ত শঙ্কৰ ॥ ২২২

পূজা অৱসানে ব্ৰাহ্মণক দেন্ত দান।
অতিথি লোকক গৈয়া কৰন্ত সন্মান ॥
সমস্তকে তুষি পাচে শুনয় পুৰাণ।
হৰিৰ চৰিত্ৰ শুনি কৰয় ভোজন ॥ ২২৩

শুচি আচমন হৈয়া তাম্বুল ভুঞ্জয়।
শত পদ গৈয়া মধ্য চৌৰাত বহয় ॥
সম দম দয়া ভেদ নীতি প্ৰৱৰ্ত্তয়।
যাক যথা যোগ্য সুধি সিদ্ধান্ত কৰয় ॥ ২২৪

কতিপয় দিনমান এহি মতে আছে।
আত অনন্তৰে কথা শুনিয়োক পাচে ॥
এক দিনা কাৰ্ত্তিক মাসত নৰপতি।
মধ্য নিশা ভাগে পূজা কৰি ভগৱতী ॥ ২২৫

অমাৱস্যা তিথি মধ্য ৰাত্ৰি সময়ত।
ৰণ কৰিবাক প্ৰতি সঙ্কল্প মনত ॥
বিশ্বসিংহৰ স্বপ্ন দৃষ্ট — মন্ত্ৰজপি ধ্যান কৰি চক্ষু মুদি ৰৈলা।
নিজৰূপে মহাকালী উপস্থিত ভৈলা ॥ ২২৬

মহাকালী বোলে পুত্ৰ শুনিয়ো বচন।
ৰণ এৰি বিবাহ কৰিতে কৰা মন ॥
মোৰ বৰে অষ্টাদশ পুত্ৰ হৈব জাত।
মহাবলৱন্ত সবে জগত প্ৰখ্যাত ॥ ২২৭

তথাপি ৰণ কৰিতে লাগয় কোন গুণি ।
তযু পুত্ৰগণে সবে জিনিব ধৰণী ॥
মহাকালী বাক্য শুনি পাছে নৰেশ্বৰ ।
ভকতি প্ৰণতি তুতি কৰিলা বিস্তৰ ॥ ২২৮

দণ্ডৱতে পৰি নমস্কাৰ কৰিলন্ত ।
পূজা কৰি বলি দান অসঙ্খ্য দিলন্ত ॥
পৰম সন্তোষে কালী কৈলাসক গৈলা ।
আত অনন্তৰে শুনা যেন কথা ভৈলা ॥ ২২৯

বিশ্বসিংহৰ বিবাহ

একদিনা পাত্ৰ মন্ত্ৰী সবাকে চপাই ।
আজ্ঞা কৰিলন্ত দিব্য সভা মাজে যাই ॥
বোলে পাত্ৰ মন্ত্ৰীলোক শুনিয়ো বচন ।
বিচাৰি আনিও কন্যা বত্ৰিশ লক্ষণ ॥ ২৩০

ৰাজাৰ আদেশ সবে কৰি শিৰোগত ।
বিচাৰ কৰিতে গৈলা সমস্তে ৰাজ্যত ॥
নেপাল দেশত ৰত্নকান্তি নামে কন্যা ।
পৰম সুন্দৰী তেহে ৰূপে গুণে ধন্যা ॥ ২৩১

হেমপ্ৰভা পদ্মাৱতী দুই বৰনাৰী ।
গৌড় দেশ মধ্যে তাঙ্ক পাইলন্ত বিচাৰি ॥
চন্দ্ৰকান্তি পূৰ্ণকান্তি হেমকান্তি ৰতি ।
কামৰূপে চাৰি কন্যা পাইলা মহাসতী ॥২৩২

কাশ্মীৰ দেশত পাইলা তিলোত্তমা নাম ।
পৰম ৰূপসী গুণে অনুপাম ॥

চন্দ্রা চন্দ্রাননা জয়া বিজয়া জয়ন্তী ।
কাশী দেশে পাইলা পাঞ্চকন্যা ৰূপৱন্তী ॥ ২৩৩

ললিতা লাৱণ্যৱতী নামে পদ্মমালা ।
শোণিতপুৰত তিনি কন্যা পাইলা ভালা ॥
শতৰূপা কাঞ্চনমালিনী কন্যা দুই ।
দৰ্শন মাত্ৰকে মহাজনো মোহ হুই ॥ ২৩৪

মিথিলাত দুই কন্যা পাইলন্ত বিচাৰি ।
পৰম ৰূপসী দুই যেন বিদ্যাধৰী ॥
বাসৰ সজায়া আনি থৈলা ভিনে ভিনে ।
সমস্তকে বিহা কৰাইলন্ত একে দিনে ॥ ২৩৫

গন্ধৰ্ব বিবাহে বিহা কৰাইলা সাক্ষাত ।
নৃত্য গীত বাদ্য ভণ্ড বজাই অসঙ্খ্যাত ॥
ব্ৰাহ্মণ দৈৱজ্ঞ সন্ত মহন্ত যতেক ।
দানে মানে সমস্তকে তুষিলা প্ৰত্যেক ॥ ২৩৬

দুখী ভিখী দেশান্তৰী ব্ৰহ্মচাৰীগণ ।
অদৰিদ্ৰ কৰি সমস্তকে দিলা ধন ॥
বস্ত্ৰ অলঙ্কাৰ দান দিলা ভাল মত ।
তাসম্বাক নেলেখিলোঁ সংক্ষেপ পদত ॥ ২৩৭

ব্ৰহ্মাণ্ডৰ বিভূতি ভৈলেক এক ঠাই ।
যতেক ঐশ্বৰ্য্য ভৈলা লেখা জোখা নাই ॥
নাহি দণ্ডবাদ প্ৰজা আনন্দে বঞ্চয় ।
দেশতো ভৈলন্ত লক্ষ্মী অক্ষয় অব্যয় ॥ ২৩৮

অষ্টাদশ মন্দিৰ সজাইলা ভালমতে ।
জনে জনে ভাৰ্য্যা সব থৈলন্ত তহিতে ॥
পৰম আনন্দে কতিপয় দিন আছে ।
পুষ্পোৎসৱ বিৱাহ কৰাইলা তাত পাচে ॥ ২৩৯

অষ্টাদশ ৰাজকুমাৰৰ জন্ম

গৰ্ভাধান কৰিলন্ত সমস্তে ভাৰ্য্যাত ।
পাচে দশ মাসে সমস্তৰে পুত্ৰ জাত ॥
ৰত্নকান্তি ভাৰ্য্যা হন্তে যিটো পুত্ৰ ভৈলা ।
দৈৱজ্ঞে গণিয়া নৰসিংহ নাম থৈলা ॥ ২৪০

হেমপ্ৰভা হন্তে যিটো পুত্ৰ উতপন ।
গণিয়া দিলন্ত নাম নৰনাৰায়ণ ॥
পদ্মাৱতী হন্তে যিটো পুত্ৰ উতপতি ।
তান নাম শুক্লধ্বজ থৈলন্ত সম্প্ৰতি ॥ ২৪১

চন্দ্ৰকান্তি পুত্ৰ যিটো অতি সুকোমল ।
তাহান থৈলন্ত নাম গোঁহাই কমল ॥
পুৰ্ণকান্তি পুত্ৰ যিটো পৰম প্ৰধান ।
তাহাঙ্ক গণিয়া নাম থৈলন্ত ময়দান ॥ ২৪২

হেমকান্তি হন্তে যিটো পুত্ৰ জাত ভৈলা ।
তুলা ৰাশি হেতু ৰামচন্দ্ৰ নাম থৈলা ॥
ৰতি হন্তে যিটো পুত্ৰ পৰম বীৰঙ্গ ।
কুম্ভ ৰাশি পদে নাম থৈলা সুৰসিংহ ॥ ২৪৩

তিলোত্তমা গৰ্ভ হন্তে পুত্ৰ জাত ।
মানসিংহ নাম থৈলা জগতে প্ৰখ্যাত ॥

চন্দ্ৰা ভাৰ্য্যা হন্তে যিটো পুত্ৰ উপজিল।
সিংহ ৰাশি হেতু তান মেচা নাম দিল ॥ ২৪৪

চন্দ্ৰাননা হন্তে জন্ম ভৈলা পুত্ৰ যিটো।
গণিয়া পঢ়িয়া নাম থৈলা বৃষকেতু ॥
জয়া ভাৰ্য্যা হন্তে যিটো পুত্ৰ উতপন।
তাহান থৈলন্ত নাম ৰাম নাৰায়ণ ॥ ২৪৫

বিজয়া ভাৰ্য্যাৰ গৰ্ভে যি পুত্ৰ ভৈলন্ত।
পণ্ডিতসকলে নাম অনন্ত থৈলন্ত ॥
জয়ন্তী মহিষী হন্তে ভৈলা যিটো সুত।
দীপসিংহ তান নাম থৈলন্ত প্ৰস্তুত ॥ ২৪৬

ললিতা বণিতা হন্তে যি জন কুমাৰ।
দৈৱজ্ঞসকলে নাম থৈলা হেমধৰ॥
লাৱণ্যবতীৰ গৰ্ভে যি পুত্ৰ শোভন।
তাহান থৈলন্ত নাম মেঘনাৰায়ণ ॥ ২৪৭

পদ্মমালা হন্তে যিটো তনয় বেকত।
গণিয়া তাহান নাম থৈলন্ত জগত ॥
শতৰূপা হন্তে পুত্ৰ যিজন জন্মিলা।
মঙ্গল পূৰ্বকে ৰূপচাঁদ নাম দিলা ॥ ২৪৮

কাঞ্চনমালিনী গৰ্ভে যিটো পুত্ৰ ভৈল।
মঙ্গল কৰিয়া তান নাম সূৰ্য্য থৈল ॥
একদিনা বিশ্বসিংহ ৰাজা গুণে মনে।
কাহাক পাতিবোঁ ৰাজা হৈব কোনজনে ॥ ২৪৯

এহিমতে গুণি গাস্থি আছা নৃপবৰ।
সেহি দিনা আসি দেখা দিলন্ত শঙ্কৰ ॥
শঙ্কৰ বদতি পুত্ৰ নকৰিবি ভয়।
যি জন হৈবন্ত ৰাজা দেখিয়ো প্ৰত্যয় ॥ ২৫০

ভাবী নৃপতি নিৰ্বাচন

অষ্টাদশ দ্ৰব্য আনি কৰি এক স্থান।
ভিনে ভিনে টোপোলা বান্ধিবা বিদ্যমান ॥
মৃত্তিকাৰ টোপোলাক যি জনে নিৱয়।
সেহি জনে ৰাজা হৈব নাহিকে সংশয় ॥ ২৫১

এহি বুলি সদাশিৱ ভৈলা অন্তৰ্ধ্যান।
বিশ্বসিংহে কৰিলন্ত কথাৰ প্ৰমাণ ॥
সোণা ৰূপা তাম্ৰ কাংস সেতু ৰাঙ্গ সীহা।
মুকুতা পিতল মাটি যৱধান্য লোহা ॥ ২৫২

কপাস সৰিষ মাষ অস্থি ভস্ম কাষ্ঠ।
গুপ্তভাবে টোপোলা বান্ধিলা কৰি নিষ্ঠ ॥
যজ্ঞ কৰি সভাৰ মধ্যত থাপিলন্ত।
পুত্ৰ সকলক পাচে আদেশ দিলন্ত ॥ ২৫৩

শুন পুত্ৰ সব মোৰ আদেশ বচন।
জনে জনে টোপোলাক আন এতিক্ষণ ॥
ৰাজাৰ বচন শুনি পাচে পুত্ৰগণ।
টোপোলাক আনিয়া দিলন্ত জনে জনে ॥ ২৫৪

কৰ্ম বিভাজন

স্বৰ্ণৰ টোপোলা নৰসিংহে আনিলন্ত।
বিদেশত ৰাজা হৈব আজ্ঞা কৰিলন্ত ॥

মল্লদেৱে মৃত্তিকাৰ টোপোলা আনিলা ।
এন্তে ৰাজা হুইব় বুলি আদেশ কৰিলা ॥ ২৫৫

শুক্লধ্বজে আনিলন্ত লোহাৰ টুপলী ।
বোলে যুবৰাজ হৈব এহেঁ মহাবলী ॥
অস্ত্ৰত শাস্ত্ৰত ইটো হৈবন্ত পাৰ্গত ।
ৰণ ধৰ্ম সমস্তকে জানিব সাম্প্ৰত ॥ ২৫৬

যৱধান্য আনিলন্ত গোহাঁই কমল ।
বোলে শুক্ল যশ হৈব সুকৃতি নিৰ্মল ॥
আলি মঠ পুষ্কৰ কৰিব থানে থান ।
গোহাঁই কমলক দিলা এতেক বিধান ॥ ২৫৭

ৰূপৰ টোপোলা ৰামচন্দ্ৰে আনিলন্ত ।
ভণ্ডাৰৰ অধিকাৰৰ তাঙ্ক পাতিলন্ত ॥
সেতুৰ টোপোলা আনিলন্ত ময়দান ।
শিল সাঁকো বান্ধিবে বুলিলা থানে থান ॥ ২৫৮

মেচায়ে আনিলা যিতো সীহাৰ টুপলি ।
বুলিলা বন্দুকী হৈব ইটো মহাবলী ॥
ৰাঙ্গৰ টোপোলা সুৰসিংহে আনিলন্ত ।
সোণাৰীৰ অধিকাৰ তাক পাতিলন্ত ॥ ২৫৯

পিতলৰ টোপোলা আনিলা বৃষকেতু ।
কমাৰ কঁহাৰ অৰ্পিলন্ত তান হেতু ॥
হৰিসিংহে কাংসৰ টোপোলা আনিলন্ত ।
গায়ন বায়ন যত তাহাঙ্ক দিলন্ত ॥ ২৬০

মাষৰ টোপোলা নিলে ৰামনাৰায়ণ।
তাঙ্ক দিলা সত্ৰসভা কৰি নিয়োজন॥
সৰিষাৰ টোপোলাক আনিলা অনন্ত।
তেলী সকলৰ অধিকাৰ পাতিলন্ত॥ ২৬১

অস্থিৰ টোপোলা আনি দীপসিংহে দিলা।
হস্তী ঘোঁড়া গৰু পশু পক্ষী তাঙ্ক দিলা॥
তামৰ টোপোলা নিলা যিতো হেমধৰ।
বোলে নীতি প্ৰৱৰ্তাইব ব্ৰাহ্মণ সবৰ॥ ২৬২

কপাসক আনিলন্ত মেঘনাৰায়ণ।
তাঙ্ক দিলা ধোবা তাঁতী যত জোলাগণ॥
মুকুতাক আনিলা যি জন সূৰ্য্যবৰ।
তাহাঙ্ক নিলন্ত যত আছে সদাগৰ॥ ২৬৩

কাষ্ঠৰ টোপোলা গোট জগতে আনিলা।
যত দেবালয় গণ তাঙ্ক সমৰ্পিলা॥
ভস্মৰ টোপোলা ৰূপচাঁদে আনিলন্ত।
পঞ্চশস্য আদি যত তাহাঙ্ক দিলন্ত॥ ২৬৪

মল্লদেৱ আৰু শুক্লধ্বজৰ বাৰাণসী গমন

সন্ন্যাসী বৈৰাগী দুখী ভিখা দেশান্তৰী।
তাসম্বাক পূজা কৰিবহি আজি ধৰি॥
এহি মতে ভাগে ভাগে আজ্ঞা কৰিলন্ত।
মল্ল শুক্ল দুইকো পঢ়িবাক পঠাইলন্ত॥ ২৬৫

পিতৃৰ চৰণ দুই ভাই বন্দিলন্ত।
পঢ়িবাক লাগি বাৰাণসীক গৈলন্ত॥

ব্ৰহ্মানন্দ সন্ন্যাসীক পাইলা দৰিশন।
সেহি স্থানে পড়িয়া ৰহিলা দুইজন ॥ ২৬৬

পঢ়াৰ বিষয়

সন্ন্যাসীও দায়া কৰি দুহাঙ্কো ৰাখিলা।
গুৰুৰ বচনে দুয়ো শাস্ত্ৰ অভ্যাসিলা ॥
ব্যাকৰ্ণ পুৰাণ শ্ৰুতি স্মৃতি মীমাংসাৰ।
শিকিলন্ত অস্ত্ৰশাস্ত্ৰ অথৰ্ববেদৰ ॥ ২৬৭

সম দম দায়া ভেদ ন্যায় নীতি যত।
জ্যোতিৰ্বেদ তৰ্ক শাস্ত্ৰ শিকে নানামত ॥
এক মনে পঢ়ে দুয়ো ত্যজি আন কাম।
ভণে সূৰ্য্যখড়ি ডাকি বোলা ৰাম ৰাম ॥ ২৬৮

## লেচাৰি

বিশ্ব সিংহৰ পিতৃৰ বিষয়ে পুত্ৰ নৰসিংহৰ প্ৰশ্ন

একদিনা নৰসিংহ দেৱ পিতৃৰ চৰণে কৰি সেৱ,
বুলিলন্ত তযু পিতৃ হন্ত কোন জন।
নৃপতি বদতি শুনা সুত ইটো কথা আতি অদভুত,
মোৰ পিতৃদেৱ যিটোজন ত্ৰিয়নয়।
ব্ৰহ্মা আদি যাক কৰে সেৱ চৈধ ভুবনত তেহে দেৱ,
দেৱতাৰ দেৱ তাঙ্কে বোলে মহেশ্বৰ।
নৰসিংহে বোলে শুনা বাণী, যদি তযু পিতা শূলপাণি
মোক আজি দেখা দিয়ন্তোক দিগম্বৰ ॥ ২৬৯

বিশ্বসিংহ আৰু নৰসিংহৰদ্বাৰা শিৱ দৰ্শন

শুনি বিশ্বসিংহে কষ্ট কৰি তিনি দিন মৌন ব্ৰত ধৰি
একাগ্ৰে চিন্তিলা সিটো দেৱ সদাশিৱ।
পুত্ৰৰ চিন্তনে ত্ৰিনয়ন, আসিলন্ত শীঘ্ৰে তেতিক্ষণ
বোলে পুত্ৰ মোক চিন্তিলিহি আজি কিয়॥
পিতৃৰ চৰণে নৰপতি দণ্ডৱতে পৰি কৰি নতি,
স্তুতি স্তোত্ৰ মন্ত্ৰে বুলিলা অনেক বাক।
নালাগয় মোক আন বৰ নালাগে বিভূতি ব্ৰহ্মাণ্ডৰ
দেখা দিয়াঁ নাতি নৰসিংহ বোলে যাক॥ ২৭০

পুত্ৰৰ বচনে ত্ৰিনয়ন নৰসিংহ আগে দৰিশন,
দিয়া বোলে নাতি লৈয়ো আজি ইষ্টবৰ।
নৰসিংহে বোলে পশুপতি যদি দায়া আছে মোক প্ৰতি,
দিয়াঁ বৰ মোক হৈবোহোঁ যেন অমৰ॥
শিৱে বোলে কলি যুগ ইটো খুজিলিহি তঞি বৰ যিটো
দেৱৰো অযোগ্য সুহিকেঁ দিবে উচিত।
তথাপিতো তোক দিলোঁ মঞি প্ৰভাততে শিশু
হৈবি তঞি,
মধ্যাহ্নত যুবা হৈবিহি বাল বৰ্জিত॥ ২৭১

সায়াহ্নত বৃদ্ধ ৰূপ হৈবি ত্ৰহি মতে দিনে দিনে ৰৈবি,
মধ্য নিশাভাগে দুই দণ্ড মৃত্যু হৈব।
পুনৰোপি জীবি পূৰ্বৱতে, ৰাজা হৈয়া ৰৈবি পৰ্বততে
ধৰ্মাৰাজা নাম সংসাৰৰ লোকে কৈব॥
মৃত্যু অধিকাৰ কালদেৱ তাহাঙ্ক পূজিবি কৰি সেৱ,
এতেকতে তঞি হৈব জানা জাতিস্মৰ।
দিলন্ত কালৰ মূল মন্ত্ৰ পূজা সেৱা স্তৱ জপ যন্ত্ৰ,
কালৰ কৃপাত হৈবিহি তঞি অমৰ॥ ২৭২

এহি বুলি শিৱ মৌন ভৈলা আপন পুত্ৰক দায়া কৈলা,
স্বুৱৰ্ণৰ হনুমন্তী দণ্ড গোট দিলা।
এহি দণ্ড গোট স্বুৱৰ্ণৰ ।সমুখ হোৱয় যি দিশৰ
সেহি দিশে জয় হৈবন্ত শিৱে বুলিলা॥
এহি বুলি অন্তৰ্ধ্যান ভৈলা কৈলাস পুৰক চলি গৈলা
শুনিয়োক আত অনন্তৰে যেন কথা।
পাচে বিশ্বসিংহ নৰপতি ভুঞ্জি অকণ্টৰা বস্তুমতী
পঞ্চিশ বৎসৰ পৃথিৱী পালিলা তথা॥ ২৭৩

কৈলাসক নিবে শিবৰ মন, স্বপ্নত দিলেক দৰিশন
বোলে পুত্ৰ তঞি নাথাকিবি পৃথিৱীত।
এহি বুলি অন্তৰ্ধ্যান ভৈলা বিশ্বসিংহ ৰাজা স্বস্থ পাইলা,
কৈলাসে চলিতে ভৈলন্ত তাহান চিত॥

বিশ্বসিংহৰ নিৰ্দেশ ক্ৰমে ব্ৰাহ্মণৰ বৃদ্ধ আঙ্গুলী ছেদন ব্ৰাহ্মণৰ অভিশাপ আৰু মৃত্যু

মহাকালে আসি লগ লৈলা, নৃপতিৰ মতিভ্ৰম ভৈলা,
এক ব্ৰাহ্মণত পুচিলন্ত প্ৰয়োজন।
ব্ৰাহ্মণৰ বৃদ্ধ আঙ্গুলীত মনুষ্যে সেৱয় কি নিমিত্ত
মোহোৰ আগত কহিয়ো তুমি এখন॥ ২৭৪

ব্ৰাহ্মণ বদতি মহাৰাজ, বৃদ্ধাঙ্গুষ্ঠী মধ্যে শুক্ল তেজ,
ব্ৰহ্মাতেজ হেতু সেৱন্ত সমস্ত প্ৰাণী।
ব্ৰাহ্মণৰ আয়ু অৱসান ৰাজায়ো নকৰি অৱধান,
ফলাইলা আঙ্গুলী নৃপতি বটালী হানি॥
দেখে নাহি শুক্ল বৰ্ণ তেজ, লগাইলন্ত আনি বহু বেজ
ব্ৰাহ্মণৰ ৰক্ত নভৈলা তভো ৰক্ষণ।
ব্ৰাহ্মণে বোলন্ত নৰপতি কৰিলি মোহোৰ যেন গতি
তেমতে খন্তুতে হৈবেক তোৰ মৰণ॥ ১৭৫

বিশ্বসিংহৰদ্বাৰা ব্ৰাহ্মণৰ প্ৰেত কৰ্মাদি সম্পাদন

এহি বুলি নাম স্মৰি দ্বিজ কৃষ্ণৰ চিন্তিলা মন্ত্ৰ বীজ,
জাপিয়া ব্ৰাহ্মণে ত্যজিলা তেবেজীৱন।
দেখি মন কষ্ট ভৈলা ৰাজাৰ বিপ্ৰৰ কৰাইলা সংস্কাৰ
প্ৰেত কৰ্ম ক্ৰিয়া কৰাইলা সবে তেখন॥
দানোৎসৰ্গ ব্ৰহ্মভোজ আদি সঙ্কলিলা যত কৰ্মবিধি
আপোনাৰ অৰ্থে কৰাইলন্ত প্ৰায়শ্চিত।
বিপ্ৰৰ কাৰণে দিলা দান ব্ৰাহ্মণে পাইলন্ত সজ স্থান,
যজ্ঞ কৰি ৰাজা বিলাইলন্ত ধন বিত॥ ২৭৬

বিশ্বসিংহ খহুৰোগত আক্ৰান্ত

পক্ষেক অন্তৰে নৰেশ্বৰ শাপ লাগ লৈলা ব্ৰাহ্মণৰ
জ্বৰত পৰিয়া বৰ খসু দেখা দিলা।
উমান পাইলন্ত মহামানী অৱশ্যে মৰিবোঁ মনে জানি,
পুত্ৰ পাত্ৰ মন্ত্ৰীসকলক মাতি নিলা॥
মোৰ বাক্য শুনা সাৱধান নকৰিবাঁ কেৱেঁ অন্য কাণ
মোৰ বংশে কন্যা নানিব অন্য জাতিৰ।
ভাল ভাল ৰূপ গুণ চাই যথাত সুন্দৰ কন্যা পাই
আনিবাহাঁ কন্যা কোঁচ মেচ কছাৰীৰ॥ ২৭৭

বিশ্বসিংহৰ নিৰ্দেশ

আৰু মোৰ বংশে ব্ৰাহ্মণৰ নকৰিব দ্ৰোহ একোনৰ,
নকৰিব দণ্ড অঙ্গুলীকো নোটোৱাইব।
অন্যত্ৰ জাতিৰ কন্যা আনে ব্ৰাহ্মণক দণ্ডে দোষবিনে
নিশ্চয়ে তাহাৰ ছত্ৰখান ভঙ্গ যাইব॥
এহি বাক্য বুলি নৰপতি শিৱৰ চৰণে দিয়া মতি,
জপিলা হৃদয়ে শিৱ ৰাম নিৰঞ্জন।
পুত্ৰৰ শঙ্কট জানি মনে নন্দীক পাঠিলা ত্ৰিনয়নে
মোহোৰ পুত্ৰক আনি যোগোৱাঁ এখন॥ ১৭৮

বিশ্বসিংহৰ মৃত্যু

শিৱৰ আদেশ শিৰে ধৰি  গৈলা সেনাপতি শীঘ্ৰ কৰি,
লগত গৈলন্ত ভূত প্ৰেত দৈত্যচয় ।
পাইলন্ত শোণিতপুৰী যাই,  বিশ্বসিংহ ৰাজা আছে যি ঠাই,
তথা গৈয়া আজ্ঞা সেনাপতি নন্দী কয় ॥
শুনা ৰাজা তযু পিতৃবাক্য  মোহোক পঠাইছে নিবে তোমাক
এহি বিমানত উঠিয়ো সত্তৰ কৰি ।
ৰাজা চক্ষু মেলি চাইলা  আগত নদীক দেখা পাইলা
উঠিলা বিমানে শিৱ শিৱ নাম স্মৰি ॥ ২৭৯

জয়ধ্বনি বাদ্য-ভণ্ডৰোল  লঙ্ঘিলেক গৈয়া স্বৰ্গ কোল,
শিৱলোক পাইলা যথা আছে মহাদেৱ ।
তথা গঙ্গা দুৰ্গা ভগৱতী  নন্দী ভৃঙ্গী কাৰ্ত্তি গণপতি
দেখিয়া সবাকে কৰিলন্ত লক্ষ সেৱ ॥

কৈলাসৰ বৰ্ণনা

চৌপাশে আবৰি ভূতচয়  দানবে ভৈৰৱে উপাসয়
বৃন্দ বৃন্দ প্ৰেত পিশাচৰ সীমা নাই ।
প্ৰথম গুহ্যক বিদ্যাধৰ  গন্ধৰ্ব অপ্সৰা নিৰন্তৰ
তেনম্বে চৌপাশে উপায়ন্ত গীত গাই ॥ ২৮০

থানৰ মহিমা কি কৈবো আতি  প্ৰকাশ কৰন্ত দিনেৰাতি
কোটি সূৰ্য্য চন্দ্ৰ সম জ্বলে ফট্ ফট্ ।
সুৱৰ্ণ ৰজত বৈদূৰ্য্যৰ  ইন্দ্ৰনীল পান্না মাণিকৰ
প্ৰকাশে প্ৰবাল হীৰা মণি মৰকত ।

সৌৰভ সুগন্ধ আমোদিত মলয়া পৱন বহে নিত,
নাহি ক্ষুধা তৃষ্ণা জৰা মৃত্যুভয় শোক।
নাহি দণ্ডবাদ কায় ক্লেশ ইৰিষা মৎসৰ দম্ভ দ্বেষ
সৰ্ব্বত্রে কল্যাণ এতে বোলে শিৱলোক॥ ২৮১

পুত্ৰক দেখিয়া সদাশিৱ, আনন্দে বুলিলা জীৱ জীৱ
পাৰিষদ পাতি থৈলন্ত নিজ সঙ্গত।
দেৱৰ সম্পতি লৈলা লাগ, দিলা সদাশিৱে পূজাভাগ,
থাকিলন্ত তথা দেৱৰ মধ্যে ৰঙ্গত॥
ৰায় ৰাজেশ্বৰ নৃপবৰ পয়ান শুনয় যিটো নৰ,
তাহাৰ বিভূতি সম্পত্তি সুখ মিলয়।
কৃষ্ণৰ চৰণ শিৰে ধৰি ভনিলা লেচাৰি সূৰ্য্যখড়ি
বোলা ৰাম ৰাম পাপৰ হৌক প্ৰলয়॥ ২৮২

পদ

চলিলা কৈলাসে যদি শিৱৰ নন্দন।
শোণিতপুৰত তেবে ভৈলেক ক্ৰন্দন॥
একে লগে কান্দে ভাৰ্য্যাগণ ঠাই ঠাই।
পাত্ৰে পুত্ৰে কান্দে গুণ বৰ্ণাই বৰ্ণাই॥ ২৮৩

বিশ্বসিংহৰ মৃত্যুত পুত্ৰ ভাৰ্যা আৰু পাত্ৰ মন্ত্ৰীসকলৰ ক্ৰন্দন

ক্ৰন্দনৰ উৰ্মি উথলিলা মহাৰোল।
পূৰ্ণিমা দিৱসে যেন সাগৰ কল্লোল॥
কতোক্ষণে স্বস্থ ভৈলা প্ৰজাগণ যত।
নিত্য নৈমিত্তিক কৰ্ম কৰিলা সমস্ত॥ ২৮৪

তিথি বাৰ খেন লগ্ন শুভ যোগ চাই ।
সেহি পাটে ৰাজা ভৈলা নৰসিংহ ৰাই ॥
নৰসিংহৰ অভিষেক — তীৰ্থোদক অনায়া কৰিলা অভিষেক ।
অসংখ্যাত ধনৰত্ন বিলাইলা প্ৰত্যেক ॥ ২৮৫

ব্ৰাহ্মণ দৈৱজ্ঞ সন্ত মহন্ত সকলে ।
সিঞ্চিলা শিৰত শান্তি বেদ শুদ্ধ জলে ॥
গায়নে বায়নে নটে ভাটে নিৰন্তৰে ।
তেসম্বে গাইলন্ত গীত শুভ মঙ্গলৰে ॥ ২৮৬

নাৰীগণে গীত গাই দিলন্ত জোকাৰ ।
তাসম্বাক দিলা ৰত্ন বস্ত্ৰ অলঙ্কাৰ ॥
সন্ন্যাসী বৈৰাগী যতী যোগী ব্ৰহ্মচাৰী ।
বাণপ্ৰস্থী দুখিত দৰিদ্ৰ ভেশধাৰী ॥ ২৮৭

অ-দৰিদ্ৰ কৰি সমস্তকে দিলা দান ।
নৰসিংহৰ কীৰ্তি — নাহিকন্ত ৰাজা নৰসিংহৰ সমান ॥
শুক্ল কীৰ্তি যশস্যা গৈলেক তিনি লোক ।
মিত্ৰে পাইলা আনন্দ শত্ৰুয়ে পাইলা শোক ॥ ২৮৮

মল্লদেৱ আৰু শুক্লধ্বজলৈ পিতৃৰ মৃত্যুসংবাদ আৰু নৰসিংহ ৰজা হোৱাৰ বাৰ্তা প্ৰেৰণ —
মল্ল শুক্ল দুইৰ ধাই মাতৃ আছিলন্ত ।
তাহান মনত দুখ ভৈল অপৰ্য্যন্ত ॥
মনে বোলে বিশ্বসিংহ ৰাজা আজ্ঞা দিলা ।
মল্ল শুক্ল দুইক ৰাজা হৈবাক বুলিলা ॥ ২৮৯

আজি দেখোঁ সেহি বাক্য ভৈল বিপৰ্য্যয় ।
দেখোঁ কেন মতে নৰসিংহ ৰাজা হয় ॥

এহি বুলি মনে মনে পত্ৰ লেখিলন্ত।
বাৰাণসী থানে শীঘ্ৰে দূত পঠাইলন্ত ॥ ২৯০

পত্ৰ সন্দেশ

স্বস্তি শ্ৰীশ্ৰীমৎ মল্ল শুক্ল দুই ভাই।
তযু পিতা পৰলোক জানা সমুদায় ॥
নৰসিংহ ৰাজা ভৈলা পিতৃৰ ৰাজ্যত।
তোৰা দুই পাচে ৰাজা হৈবা কেন মত ॥ ২৯১

এহি লিখা দেখি শীঘ্ৰে আহা দুইজন।
ৰাজ্য লৈয়া সাধা আপুনাৰ প্ৰয়োজন ॥
পত্ৰ সমে দূত গৈয়া বাৰাণসী পাইল।
মল্ল শুক্ল দুইৰ আগে পত্ৰক দেখাইল ॥ ২৯২

সেহি লিখা পত্ৰ দিলা গুৰুৰ হাতত।
পত্ৰ দেখি সন্ন্যাসীৰ বিষাদ মনত ॥
বোলে মল্ল শুক্ল দুয়ো লৈয়ো ইষ্টবৰ।
অস্ত্ৰশাস্ত্ৰ বিদ্যা দুয়ো জানা নিৰন্তৰ ॥২৯৩

অভেদ কবচ দিলা দুহান্তৰ গাৱে।
বোলে দুই জন যায়ো আপোনাৰ ঠাৱে ॥
যেহি দিশে যোৱা সেহি দিশে হৈব জয়।
শুদ্ধ চিত্তে আশীৰ্বাদ দুইকো দিলোঁ মঞি ॥ ২৯৪

নৰসিংহৰ সৈতে মল্লদেৱ আৰু শুক্লধ্বজৰ যুদ্ধ আৰু নৰসিংহৰ পলায়ন

এহি বুলি আশীৰ্বাদ সন্ন্যাসীয়ে দিলা।
গুৰুক অৰ্চিয়া নিজ দেশক আসিলা ॥
যেতিক্ষণে নিজদেশ পাইলা দুই ভাই।
ধুমাজয় ৰণ দিলা নৰসিংহ পাই ॥ ২৯৫

ৰণ হাৰি নৰসিংহে পুত্ৰ হাতে ধৰি ।
মৰঙ্গ দেশক গৈলা পলাই লৱৰি ॥
দেখি দুয়ো ভাই পাচে পিচতে খেদিলা ।
মৰঙ্গৰ ৰাজা আমি সসৈন্যে বৰিলা ॥ ২৯৬

তৈৰপৰা ৰাজা নেপালত সোমাই ৰৈলা ।
গুৰুক সেবিয়া দুয়ো ভাই খেদি গৈলা ॥
নেপালৰো ৰাজা সৈন্য সমে বৰিলন্ত ।
তৈৰপৰা কাশ্মীৰ দেশক চলিলন্ত ॥ ২৯৭

খেদিয়া দুৰ্গম পন্থ আসিলন্ত ফিৰি ।
পিতৃৰাজ্য পাইল দুয়ো ভৈল ৰাজচিৰি ॥
পাত্ৰমন্ত্ৰী সকলে আসিয়া লগ লৈলা ।
শুনা নৰসিংহ ৰাজা যৈক লাগি গৈলা ॥ ২৯৮

পলাতক নৰসিংহ ভোটৰ ৰজা

কাশ্মীৰ দেশৰ হন্তে শিৱক চিন্তিয়া ।
পুত্ৰ সমে হিমৱন্ত গিৰী পাইল গৈয়া ॥
শঙ্খ যে হিন্দোলা দুই নদীৰ মধ্যত ।
শৈল্য নৃপতিৰ পাট আছিল পূৰবতি ॥ ২৯৯

নব গোটা স্বৰ্ণগৃহ নিৰ্মিছে বিধাতা ।
জ্যোতিৰ্ময় স্থান তান নাম পূৰ্ণাখাতা ॥
সেহি গৃহ মধ্যে ঘণ্টা আছে অসংখ্যাত ।
ৰুণ ৰুণ বাদ্য সৰ্বকালে বাজে তাত ॥ ৩০০

মধ্যে মহাকালী মূৰ্তি প্ৰকাশন্তে আছে ।
অনেক গোঁসাই মূৰ্তি আছে চাৰি কাষে ॥

সুগন্ধ প্ৰদীপ ধূপ বিচিত্ৰ চামৰ।
দিব্য চন্দ্ৰ তাপ আছে সবাৰ উপৰ ॥ ৩০১

অনেক গেলেঙ্গ ভোটে পৰিচৰ্য্যা কৰে।
সেহি থানে বৈলা নৰসিংহ নৃপবৰে ॥
নিশাভাগে স্বপ্নে দেখা দিলা ত্ৰিনয়ন।
এহি থানে থাক তঞি বুলিলো বচন ॥ ৩০২

মোৰ বৰে তোক ভোটগণে ৰাজা লৌক।
পৰ্বতৰ যতলোক সবে বশী হৌক ॥
এহি বুলি সদাশিৱ অন্তৰ্ধ্যান ভৈলা।
মহাকাল কালী দুইৰো মন্ত্ৰ তন্ত্ৰ কৈলা ॥ ৩০৩

চেতন লভিয়া পাচে নৰসিংহ ৰাই।
মহাকাল কালীকাৰ সন্তাৰ যন্তাই ॥
মন্ত্ৰে তন্ত্ৰে ষোড়শোপচাৰে পূজিলন্ত।
পুৰশ্চৰণ কৰি তথা ৰহিলন্ত ॥ ৩০৪

বাৰশ নেলেঙ্গ সঙ্গে নিতে গান গাই।
পৰম আনন্দ হুয়া ৰহিলা সদাই ॥
দেবাক পাতিলা সৰ্ব ৰাজ্য অধিকাৰী।
তাহান আজ্ঞাত চলি থাকে নৰনাৰী ॥ ৩০৫

ৰজা নৰসিংহৰ তিনি বিষয়া

পাতিলা পল্লৱ পূৰে নামত দাগাৰ।
দক্ষিণৰ পল্লবৰ নামত টংচাৰ ॥
পচিমৰ পল্লবৰ পাৰ যাৰ নাম।
এহি তিনি বিষয়া সবাতে অনুপাম ॥ ৩০৬

ই তিনিৰ নামে বৰ জোংপেন পাতিলা ।
টাচিৰ জোনৰ থানে অধিকাৰ দিলা ॥
এক গোটা জোংপেন পূৰ্ণ যে খাতাৰ ।
আৰু গোটা জেংপেন উন্দি যে ফোৱাৰ ॥ ৩০৭

দোনেৰ কালেৰ এক বৰ যে দেৱান ।
পত্ৰৰ বাহেৰ এক সবাতে প্ৰধান ॥
জেমাদাৰী গৰে পাতা পন অসংখ্যাত ।
প্ৰধান বিষয়া সবে জগতে প্ৰধান ॥ ৩০৮

আৰু জোংপেন্ বেহাৰত আছে এক ।
আৱৰ বিৰাঙ্গচুঙ্গা জানিবা প্ৰত্যেক ॥
জোঙ্গাৰ দেশত জোংপেন এটা আছে ।
জাতুঙ্গ আৰ্তিয়া তুম্পা কাৰ্জি তাত পাচে ॥ ৩০৯

উজিৰ ঠাকুৰ ডুমা পাত্ৰ অসংখ্যাত ।
পদ বাহুল্যক ভয়ে নেলেখিলোঁ আত ॥
ইটো সবে ৰাজ্যক কৰয় প্ৰতিপাল ।
এহিমতে আছে নৰসিংহ মহীপাল ॥ ৩১০

ধৰ্মা নৃপতিৰ কথা এহিমানে থওঁ ।
মল্লদেৱ আৰু শুক্লধ্বজৰ বেহাৰলৈ প্ৰত্যাগমন
মল্লে শুক্লে যি কৰিলা তাক কিছু কওঁ ॥
নৰসিংহ নৃপতিক খেদিয়া নাপাই ।
ফিৰিয়া আসিলা দুয়ো বেহাৰক লাই ॥ ৩১১

মল্লদেৱৰ অভিষেক
বাপেকৰ ৰাজ্যখনি সীমা ফুৰি চাইলা ।
দেখি সব সৈন্যগণে আনন্দক পাইলা ॥

বিজয় মুহূর্ত শুভক্ষণে লগ্ন চাই ।
অভিষেক দ্রব্যমানে আনিলা চাই ॥ ৩১২

সমস্ত তীর্থৰ জলে স্নান কৰাইলন্ত ।
বাপেকৰ দণ্ডে পাটে নৃপতি ভৈলন্ত ॥
আপুন ভ্রাতৃক যুব নৃপতি পাতিলা ।
আনন্দতে সংগ্রামসিংহ যে নাম দিলা ॥ ৩১৩

ব্রাহ্মণ দৈৱজ্ঞ সন্ত মহন্ত যতেক ।
গাঁৱে গাঁৱে সবাহাঁকে তুষিলা প্রত্যেক ॥
অদৰিদ্র কৰি দান সবাকে দিলন্ত ।
যতেক দক্ষিণা নাহি আদি অন্ত ॥ ৩১৪

পাইকৰ নিবন্ধন

পাচে ৰাজা পাইকৰ মোহোলা কৰিলা ।
ৰাৱণ লক্ষ পঞ্চিশ হাজাৰক পাইলা ॥
চাৰি পোৱা দৰে গোট একৈক পাইকৰ ।
নব শাখীয়াক শুনিয়োক আতপৰ ॥ ৩১৫

ৰজক সোণাৰী তন্তুবায় নট তেলী ।
চমাৰ কুমাৰ আদি আনো যত মালী ॥
ই সবক বাজে লোক লস্কৰ অনেক ।
সংক্ষেপ পদত্ তাক কহিবো কতেক ॥ ৩১৬

আহোম ৰাজ্য আক্রমণ কৰাৰ প্রস্তুতি

একদিনা নৰনাৰায়ণ নৃপবৰ ।
বোলে শুনিয়োক প্রজাগণ নিৰন্তৰ ॥
পূৰ্বে মম পিতৃ অসমক ধাৰ দিলা ।
খৰচ ঢুকাল জানি ফিৰিয়া আসিলা ॥ ৩১৭

পিতৃৰ বাক্যক পুত্ৰে লাগে কৰিবাক ।
নকৰিলে লোকে দুৰাচাৰ বোলে তাক ॥
এতেকে পিতৃৰ বাক্য কৰিবাক লাগে ।
জানি নিৰন্তৰে আলি বান্ধিয়োক আগে ॥ ৩১৮

আলি বান্ধিবলৈ ভ্ৰাতৃ গোঁহাই কমলৰ প্ৰতি মল্লদেৱৰ নিৰ্দেশ

শুনিয়ো কমল ভ্ৰাতৃ মোহোৰ বচন ।
সৈন্য সব লৈয়া সাজ হয়ো এক মন ॥
আলি এক বান্ধ পৰ্শু কুঠাৰক লাগি ।
নকৰিবি সক্ক যেন হৱে বৰ ঘাগি ॥ ৩১৯

দুই প্ৰহৰৰ অন্তে এক সৰোবৰ ।
তাতে যেন জলপান কৰে নিৰন্তৰ ॥
হেন বাক্য শুনি পাচে গোঁহাই কমল ।
সৈন্য সব বাচি লৈলা পৰম প্ৰধান ॥ ৩২০

আলি নিৰ্মাণ

দো দো প্ৰহৰৰ অন্তে এক সৰোবৰ ।
বেহাৰৰপৰা খান্দিলন্ত নিৰন্তৰ ॥
দিনে ৰাত্ৰি আলি বান্ধিলন্ত অবিশ্ৰান্তে ।
প্ৰবন্ধে বান্ধিলা পৰ্শু কুঠাৰ পৰ্য্যন্তে ॥ ৩২১

ৰাজাত কহিলা এক বছৰ অন্তৰে ।
আলি বান্ধা ভৈল মহাৰাজ নিৰন্তৰে ॥
শুনি নৃপতিৰ মনে আনন্দ মিলিলা ।
পাত্ৰ মন্ত্ৰী সমস্তক আদেশ কৰিলা ॥ ৩২২

পূৰ্বে মোৰ পিতৃ অসমক খেদি গৈলা ।
খৰচ টুকাইল হেতু ফিৰিয়া আসিলা ॥

এতেকে খৰচ সব লও ভৰি পূৰি ।
চিপাহী চলোক উট বলধিক জুৰি ॥ ৩২৩

এহি বুলি পণ্ডিতগণক মাতি আনি ।
শুভযাত্ৰা চাইলন্ত নৃপতি মহামানী ॥
মঙ্গল কৰিয়া ওলাইলন্ত নৰপতি ।
অসম ৰজাৰ ৰাজ্য মাৰিবাক প্ৰতি ॥ ৩২৪

প্ৰথম নিশাত দেখা দিলা সদাশিৱ ।
মল্লদেৱৰ সপোন — বোলে আপেনাৰ নীতি এৰিলিহি কিয় ॥
কছাৰীৰ মতে এভো কৰিও নাচন ।
তোৰ জয় হৈব কৈলো স্বৰূপ বচন ॥ ৩২৫

এহি বুলি মহাদেৱ অন্তৰ্ধ্যান ভৈলা ।
চেতন লভিয়া ৰাজা সন্তাৰ ছপাইলা ॥
সোণকোষ নদীৰ তীৰত থানা গাৰি ।
পাতিলা নাচন যত আনিয়া কছাৰী ॥ ৩২৬

হংস পাৰ মদ ভাত মহিষ শূকৰ ।
কছাৰী নৃত্য — কুকুৰা ছাগল উপহাৰ নিৰন্তৰ ॥
পাতিলা নাচন তথা মাদল বজাই ।
সবাৰো মাজত তুলিলন্ত দেওধাই ॥ ৩২৭

পূজা পাই·তুষ্ট ভৈলা যত দেৱগণ ।
দেওধাই বুলিলন্ত স্বৰূপ বচন ॥
শুনা মহাৰাজা পাইলো পূজা যত বিধি ।
এখনে যায়োক কাৰ্য্য হৈব সৰ্ব সিদ্ধি ॥ ৩২৮

সসৈন্যে সহিতে নৰনাৰায়ণ ৰায়।
সংগ্ৰাম সিংহক আগ কৰি চলি যায় ॥
বৌটাৰ বড়ি টামটুমনিত বৈল বৌটাৰ বড়িত।
তাতে বাৰখান দলে ভেটিলা ত্বৰিত ॥ ৩২৯

বাঢ়য় দলৰ ভেটি প্ৰথমতে লৈলা।
সেহিতো গ্ৰামৰ নাম বাৰদলা থৈলা ॥
তৈৰপৰা বৈলা গই ভ্ৰমৰাকুণ্ডত।
ত্ৰিশূল দেৱীৰ ধনেশ্বৰীৰ মধ্যত ॥ ৩৩০

পৰ্বতত গড় বান্ধিলন্ত যত্ন কৰি।
পৰম দুৰ্জয় গড় দেখি যাক ডৰি ॥
ত্ৰিশূল দেৱীৰ পূৰ্ব পাৰে কৰি থান।
এক গোটা মঠ তাতে কৰিলা নিৰ্মাণ ॥ ৩৩১

দেৱীৰ প্ৰতিমা থাপি কৰি নমস্কাৰ।
মঠ নিৰ্মাণ মঠৰ দিলন্ত নাম নল যে খামাৰ ॥
সুৱৰ্ণৰ ভৃঙ্গাৰ আৱৰ ঝাৰি এক।
ৰজতৰ দণ্ডছত্ৰ দিলন্ত প্ৰত্যেক ॥ ৩৩২

ষোড়শোপচাৰে বলি দিলন্ত অপাৰ।
ষোড়শোপচাৰে পূজা কৰি চণ্ডিকাৰ ॥
তিনিখান পটি দিলা মহ পঠা কাটা।
ৰজতৰ খাটি খোৱা দিলা চাৰি গোটা ॥ ৩৩৩

সিংহাসন মাইহাঙ্গ বটা ঠগি দিলা।
শংখ ঘণ্টা আদি দ্ৰব্য উচৰ্গা কৰিলা ॥

এঘৰ কছাৰী দিলা তাহান দেউৰী।
যুপি নৃপতিক দিলা প্ৰধান পূজাৰী ॥ ৩৩৪

সাতো হুৱাৰৰ ভোট কছাৰী আনিলা।
আদেশ কৰিয়া সত্য শপত খুৱাইলা ॥
ফুলগুৰী বিজনীৰ নৃপতি সহিতে।
প্ৰজা সকলক তৈক নিয়াইলা স্বৰিতে ॥ ৩৩৫

শপত খুৱাই ৰাজা বুলিলা বচন।
শুনিয়ো সমস্তে মোৰ বাক্য নিবন্ধন ॥
গোঁহাইকমল আলি মধ্যে সীমা কৰি।
উত্তৰৰ ফালে আছে যতেক কছাৰী ॥ ৩৩৬

পূজা নিবন্ধন

সেহি ফালে দেৱালয় আছে যত যত।
কোচে মেচে পূজিবেক মোহোৰ বাক্যত ॥
দক্ষিণৰ ফালে পূজা ব্ৰাহ্মণে কৰিব।
এহি নিবন্ধনে সবে ধৰ্ম প্ৰৱৰ্ত্তিব ॥ ৩৩৭

ভোট কছাৰীয়ে তঞি মদ ভাত খাবি।
মাটিৰ কাৰণে মোক সোণা ঘোঁড়া দিবি ॥
এহি নিবন্ধন বান্ধি পাচে নৰেশ্বৰ।
শিঙ্গৰিত বৈল গই সজাই বাসৰ ॥ ৩৩৮

নীতি নিৱন্ধন কৰি নৃপ মহামানী।
গোপেশ্বৰ গোঁসাইক দিলন্ত পূজা পানী ॥
তৈৰপৰা ভৈৰবীত বৈল নৰপতি।
দেখে ভৈৰবীৰ আছে হুই সোতা খাতি ॥ ৩৩৯

সংগ্ৰামসিংহৰ নাম চিলাৰায়

তাৰে এক গোটা সোঁত ঘোঁড়ায়ে সহিত।
সত্বৰে সংগ্ৰামসিংহে চেৰাইলা ত্বৰিত ॥
ঝাম্প দিয়া বীৰে যদি ভৈৰৱী চেৰাইলা।
প্ৰশংসিয়া সবে চিলাৰাই নাম থৈলা ॥ ৩৪০

গড়গাঁওত আহোম ৰজাৰ আলোচনা

আত অনন্তৰে শুনা গড়গাঞৰ কথা।
অসমৰ ৰাজা মেল কৰিলন্ত যথা।
বড়গোঁহাই বুঢ়াগোঁহাই বৰপাত্ৰ সমে।
বড়চেউটিয়া বড়বৰুৱা আদি অনুক্ৰমে ॥ ৩৪১

ৰাজখোৱা ফুকন আছয় যত যত।
সবাকে অনায়া ৰাজা বসিয়া মেলত ॥
সবে আলচিয়া মন্ত্ৰ কৰিল প্ৰত্যেক।
সবে মিলি লোহাৰ গঢ়িলা পঠা এক ॥ ৩৪২

আহোম স্বৰ্গদেৱৰদ্বাৰা নৰনাৰায়ণৰ ওচৰলৈ কটকী প্ৰেৰণ

কটকীক আনি ৰাজা বুলিলা বচন।
পঠা লৈয়া যাও যথা নৰনাৰায়ণ ॥
যদি একে ঘাৱে পঠা কাটিবাক পাৰে।
তেবে মোৰ ৰাজ্য পাইব কৈলো সাৰে সাৰে ॥ ৩৪৩

ৰাজ আজ্ঞা শিৰে ধৰি কটকী গৈলন্ত।
নৰনাৰায়ণ ৰাজা যথাত আছন্ত ॥
কটকী আসিল দেখি পাত্ৰ মন্ত্ৰীগণে।
নৃপতিৰ আগে গৈয়া জনাইলা তেখনে ॥ ৩৪৪

নৰনাৰায়ণে বোলে শুনা পাত্ৰলোক।
কটকীক বাসা দিয়ো তথাতে ৰহোক ॥

শুনি পাত্রে বাসা দিলে ৰাজাৰ আদেশে।
ভোজন সম্ভৃত যত দিলেক নিশেষে ॥ ৩৪৫

স্বৰ্গ নৃপতিৰ বাৰ্তা সন্দেশক কই।
থাকিল কটকী সুখে বাসাঘৰ লই ॥
পাচে নৰনাৰায়ণ নৃপতি দুৰ্জয়।
বিপৰীত কথা শুনি মনত গুণয় ॥ ৩৪৬

শুণি থিৰ কৰিলন্ত নৃপ মহামানী।
ভ্রাতৃ শুক্লধ্বজক কহিলা হেন বাণী ॥
আমাৰ দেৱীসে ইষ্টদেৱ সৰ্বকাল।
ঈশ্বৰীক চিন্তনে আমাৰ হৈবে ভাল ॥ ৩৪৭

তান অনুগ্রহতেসে সৰ্ব কাৰ্য্য হয়।
বুলিলন্ত শুক্লধ্বজে শুনা মহাশয় ॥
হবিষ্য কৰিয়া তুমি চিন্তিয়ো দেৱীক।
অৱশ্যে সিজিবে কাৰ্য্য চিন্তা কৰা কিক ॥ ৩৪৮

এহি শুনি ৰাজা নিৰাহাৰ ব্ৰত ধৰি।
নৰনাৰায়ণৰ ব্ৰত আৰু স্বপ্ন
দেৱীক চিন্তিয়া থাকিলন্ত নিদ্ৰা কৰি ॥
স্বপ্নতে দেৱীক দেখিলন্ত নৃপবৰে।
নিজ ৰূপে আসিলন্ত তাঙ্ক দয়া তবে ॥ ৩৪৯

গোঁসানী বোলন্ত পুত্ৰ চিন্তা নকৰিবি।
এক হাল পঠা কাটি মোহোক পূজিবি ॥
পাচে অসমৰ সিতো লোহাৰ পঠাক।
বলি দিবি মোহোক বুলিলো নিষ্ট বাক ॥ ৩৫০

হেন স্বপ্ন দেখি ৰাজা নিদ্ৰাৰ জাগিয়া।
নৰনাৰায়ণৰ দেৱী পূজা
স্নান দান কৰি নিত্য কৰ্ম সমাপিয়া॥
গোঁসানীক স্তুতি স্তোত্ৰ কৰিয়া বিস্তৰ।
এক হাল পঠা বলি দিলা নৃপবৰ॥ ৩৫১

পাচে কটকীক আনিলন্ত সেহি থানে।
লোহাৰ পঠাক ধুৱাইলন্ত বিদ্যমানে॥
অদভুত দেখি সৰ্বজনে চাহি আছে।
তীক্ষ্ণতৰ খড়্গ ৰাজা ধৰিলন্ত পাচে॥ ৩৫২

একে ঘাৱে লোহাৰ পঠাক কাটি বলে।
লোহাৰ পঠা ছেদন
পৃথিৱীকো ভেদি খড়্গ লুকাইলা সচলে॥
আজুৰিয়া খড়্গ ৰাজা তুলি অবিকলে।
পঠাৰ মুণ্ডক পাচে আনি মহাবলে॥ ৩৫৩

গোঁসানীৰ আগে সিয়ো মুণ্ড বঢ়াইলন্ত।
অদভুত দেখি আতি কটকী চাহন্ত॥
আনো লোকে বিস্ময়ে দেখিয়া আছে চাই।
লোহাৰ ছাগক কাটিলন্ত মহাৰাই॥ ৩৫৪

অনন্তৰে মহাৰাজা বুলিলা বচন।
আহোম কটকীৰ প্ৰতি নৰনাৰায়ণ
শুনিয়ো কটকী তঞি চলিও এখন॥
লোহাৰ পঠাৰ মাথা গোঁসানী আগত।
উচৰ্গিয়া দিয়া আছোঁ দেখিছ সাম্প্ৰত॥ ৩৫৫

সেহি মুণ্ড নিয়া তোৰ ৰাজাক দেখাৱ।
শীঘ্ৰে ঐৰ হস্তে তঞি মুণ্ড লৈয়া যাৱ॥

মহা ভয়ে মুণ্ড লৈয়া কটকী গৈলন্ত ।
অসম ৰজাক সিটো মুণ্ড দেখাইলন্ত ॥ ৩৫৬

নৰনাৰায়ণ আৰু চিলাৰাইৰ বল-বিক্রমৰ বিষয়ে আহোম কটকীয়ে স্বৰ্গদেৱৰ ওচৰত কয়

কটকী বোলন্ত শুনিয়োক স্বৰ্গদেৱ ।
নৰনাৰায়ণ সম ৰাজা নাহি কেৱ ॥
আগতে আছিলো মঞি দুই নেত্রে চাই ।
লোহাৰ পঠাক ধৰিলন্ত মল্লৰাই ॥৩৫৭

একে ঘাৱে কচু যেন কাটিলন্ত বলে ।
মাটিত লুকাইল সিতো খড়্গ সমূলে ॥
হেন বলৱন্ত নৰনাৰায়ণ ৰাই ।
শুক্লধ্বজ নামে আৰো তানে ছোট ভাই ॥ ৩৫৮

নাহি কয় আন তান সম মহাবলী ।
ঘোটকে সহিতে যিটো চেৰাইলা ভৰলী ॥
পাঞ্চলক্ষ বত্রিশ হাজাৰ ললে বীৰ ।
বলিষ্ঠ পাৰ্গত আতি নিৰুজ শৰীৰ ॥ ৩৫৯

নৰনাৰায়ণ চিলাৰায়ৰ সৈন্য-সামন্ত

আনো অসংখ্যাত প্ৰজা আছয় লগত ।
তাঙ্ক কোনে সমুখ হৈবেক সংগ্ৰামত ॥
এহি শুনি মহাভয় হৈয়া নৃপবৰ ।
পাত্ৰ মন্ত্ৰীসকলক মিলায়া সত্তৰ ॥ ৩৬০

স্বৰ্গদেৱৰ ভয় বিহ্বল অৱস্থা

বড়গোঁহাই বুঢ়াগোঁহাই চেউটিয়া নাম ।
বৰপাত্ৰ ফুকন বৰুৱা অনুপাম ॥
আনো পাত্ৰ মন্ত্ৰীক অনায়া আলোচিলা ।
নপাৰিও যুদ্ধে তাক সবেও বুলিলা ॥ ৩৬১

আহোম স্বৰ্গদেৱৰ পলায়ন

পাচে পাত্ৰ মন্ত্ৰী সমে অসম নৃপতি।
পলাই চৰাই খোৰোঙ্গক গৈলন্ত সম্প্ৰতি ॥
এহি কথা শুনি ৰাজা নৰনাৰায়ণে।
ভ্ৰাতৃ সমে আলোচ কৰিয়া ৰঙ্গমনে ॥ ৩৬২

সৈন্য-সামন্তৰ সৈতে গড়গাঁও অভিমুখে নৰনাৰায়ণৰ যাত্ৰা

সসৈন্যে গৈলন্ত ৰাজা গড়গ্ৰাম লাগি।
দেখন্ত অসম নিৰন্তৰ গৈলা ভাগি ॥
ৰহিলন্ত ৰাজা তাতে সসৈন্যে সহিতে।
ভুঞ্জি খাই থাকিলন্ত আনন্দে তহিতে ॥ ৩৬৩

চুটিয়াৰজাৰ বৃত্তান্ত

পূৰ্বে চুটিয়াৰ ৰাজা সিঠাৱে আছিল।
অন্যায়ে অসম ছল কৰিয়া মাৰিল ॥
যিমতে মাৰিল তাৰ শুনিয়ো কাহিনী।
বলে নপাৰিয়া স্বৰ্গী ৰাজা মনে গুণি ॥ ৩৬৪

ৰাজাৰ কন্যাক বিহাইলন্ত মিত্ৰ কৰি।
ৰাজায়ো দিলন্ত কন্যা তাহাঙ্ক সাদৰি ॥
এক দিনা কন্যাত পুছন্ত স্বৰ্গীদেৱ।
তোমাৰ পিতৃক ৰণে নপাৰন্ত কেৱ ॥ ৩৬৫

কিবা হেতু নপাৰে কহিয়ো প্ৰাণেশ্বৰী।
হেন শুনি কন্যা বাক্য বুলিলা সাদৰি ॥
আমাৰ পিতৃৰ ঘৰে আছে এক জন্তু।
সোণাৰ বিড়াল তাৰ শুনিয়োক হেতু ॥ ৩৬৬

তাকে পূজা কৰি যদি ৰণক চলয়।
অৱশ্যকে সিতো ৰণ নৃপতি জিনয় ॥

হেন শুনি অসম ৰাজায়ে বুলিলন্ত ।
মোক প্ৰতি স্নেহ তযু কতেক আছন্ত ।। ৩৬৭

কিবা মোত দায়া কিবা শশুৰত চাৰ ।
ঝাণ্টে কহা প্ৰাণেশ্বৰী আগত আমাৰ ।।
কন্যা বোলে তুমি চাৰ সমস্ততে কৰি ।
হেন শুনি ৰাজা বাক্য বুলিলা সাদৰি ।। ৩৬৮

সোণাৰ বিড়াল গোট মোক দিয়া আনি ।
আনি দিবো কন্যায়ে বুলিলা হেন বাণী ।।
বাপেকৰ ঘৰে গই বিড়াল খুজিলা ।
হেন শুনি নৃপতিয়ে মনত গুণিলা ।। ৩৬৯

দৈবে বিড়ম্বিলা মোক আন নাহিকন্ত ।
স্বুৰ্ণ বিড়াল আনি জীউক দিলন্ত ।।
অসম ৰাজাক নিয়া দিলন্ত তেখনে ।
তাক পাই শশুৰক মাৰিলন্ত ৰণে ।। ৩৭০

তাৰ পুত্ৰ ভাই যত সকলে পলাইল ।
মিৰি মিচিমিত পশি প্ৰাণক ৰাখিল ।।
চুটিয়াৰ ৰাজাক মাৰিয়া ছলে বলে ।
লৈলা সেহি ৰাজ্যক অসমে কৌতূহলে ।। ৩৭১

নৰনাৰায়ণৰ ওচৰত চুটিয়া ৰজাৰ বংশধৰ- সকলে শৰণ লয়

পলৰীয়া চুটিয়াৰ পুত্ৰ নাতি যত ।
মল্লদেৱ আসিবাৰ শুনিয়া সাম্প্ৰত ।।
শৰণে পশিয়া সবে বৃত্তান্ত কহিলা ।
হেন শুনি নৃপতিৰ দায়া সম্পজিলা ।। ৩৭২

নকৰিবি ভয় বুলি দিলন্ত নির্ভয় ।
দিলা বণ্টা তাসম্বাক নৃপ মহাশয় ॥
ভাঠীদেশে যায়ো বুলি নৃপতি পাখিলা ।
বাঁহবাৰি নামে গ্ৰাম তথাতে থাপিলা ॥ ৩৭৩

আত অনন্তৰে শুনা যেন কথা ভৈলা ।
যেবে মল্লদেৱ গড়গ্ৰাম মধ্যে ৰৈলা ॥
ভ্ৰাতৃ শুক্লধ্বজক মাতিলা মহাৰাই ।
অসমৰ প্ৰতি দূত দিয়োক পঠাই ॥ ৩৭৪

আহোম ৰজাৰ ওচৰলৈ কটকী প্ৰেৰণ

বৰিষেক আছোঁ ঐত লোক নাহি কয় ।
আতি ভয়াতুৰ হৈয়া অসম নাসয় ॥
শুক্লধ্বজে বোলে দূত শীঘ্ৰে কৰি যায়ো ।
নৃপতিৰ আজ্ঞা গই ৰাজাত কহিও ॥ ৩৭৫

যদি যুদ্ধ কৰে শীঘ্ৰে আসন্তোক কাচি ।
নুহি ময়ে চৰাই খোৰোঙ্গকে যাওঁ যাচি ॥
নুহি মোতে শৰণ পশোক শীঘ্ৰ কৰি ।
হেন শুনি দূত চলি গৈল দৰদৰি ॥ ৩৭৬

নৰনাৰায়ণ নৃপতিৰ আজ্ঞাচয় ।
অসম ৰাজাত কৈলা দূতে এৰি ভয় ॥
শুনি স্বৰ্গী ৰাজা ভয়ে কম্পমান ভৈলা ।
পাত্ৰ মন্ত্ৰী সমে আলোচিয়া, মেল কৈলা ॥ ৩৭৭

মল্লদেৱৰ ওচৰত আহোম স্বৰ্গদেৱৰ শৰণ

বলে আমি নোৱাৰোহো শৰণে সে ভাল ।
একে চিলাৰাই আমাসাৰ হৈবে কাল ॥

এহি বুলি অসমে বৰিষে সাজ হৈল ।
এক চক্ক সোণা ৰূপা দুই চক্ক লৈল ।। ৩৭৮

স্বৱর্ণে কচাইলা এক হস্তী ময়মত্ত ।
আৰো এক হস্তীক যে কচাইল ৰজত ।।
মত্ত হস্তী তিনি কুড়ি দেখিতে অনিন্দ ।
তিনি কুড়ি বিচিত্র কাপোৰ কুনমিন্দ ।। ৩৭৯

ষোলে ঘৰ মটীয়া অসম কুড়ি ঘৰ ।
আৱৰ দিলন্ত নামে সুন্দৰ কোঁঞৰ ।।
এহি সব দিলা আনি দূতৰ্ আগত ।
এক পত্র লেখি তাৰ দিলন্ত হাতত ।। ৩৮০

নৰনাৰায়ণ নৃপতিৰ ছোট ভৈলোঁ ।
এহি সব বস্ত্র দিয়া ৰাজাক ভেটিলোঁ ।।
পত্রতো বিনয় বাক্য লিখিলা সম্প্রতি ।
সুন্দৰ কোঁঞৰে সেৱা কৰিব প্রণতি ।। ৩৮১

মোহোৰ বদলে সিতো মাননি কৰিব ।
মোক প্রতি মহাৰাজা ক্রোধক ত্যাগিব ।।
হেন শুনি দূতে সিতো সমস্তকে লই ।
নৰনাৰায়ণ নৃপতিত কৈলা গই ।। ৩৮২

হে প্রভু তোমাক ভয়তে অসমৰ ।
সকলে বিশ্রুতি কাৰো নাহিকয় থৰ ।।
শৰণ মাগিলোঁ বুলি কহিলে আমাত ।
পত্র এক দিয়া আছে বুজিয়ো সজ্ঞাত ।। ৩৮৩

আৰো যত ধন বস্ত্ৰ হস্তী নৰগণ।
সুন্দৰ কোঁঞৰ নাম পৰম শোভন॥
সবাকে ৰাজাৰ আগে ভেন্টাই দিলন্ত।
সুন্দৰ কোঁঞৰে দণ্ডৱত বৰিলন্ত॥ ৩৮৪

নৃপতিৰ বদল আমাক দিয়া আছে।
এহি বুলি নমস্কাৰ কৰিলেক পাচে॥
অসম নৃপতিয়ে যেবে বৰিলন্ত।
মল্ল-শুক্ল দুয়ো আতি আনন্দ ভৈলন্ত॥ ৩৮৫

সৈন্য সামন্তৰ সৈতে ডেমেৰাত স্থিতি

তৈৰপৰা মৰঙ্গ গ্ৰামৰ মাজে গিয়া।
ডেমেৰাত ৰৈলন্ত সমস্তে সৈন্য লৈয়া॥
তাত কাঠ গড়া বান্ধি ৰহিলন্ত ৰাজা।
থানে থানে ৰৈলা যত অসংখ্যাত প্ৰজা॥ ৩৮৬

পৰম আনন্দে ৰাজা ভ্ৰাতৃ সমন্বিতে।
অন্নপান ভোজন কৰিলা পঞ্চামৃতে॥
পৰম আনন্দে ৰাজা নিশা বঞ্চিলন্ত।
প্ৰভাতে উঠিয়া পাচে নৃপতি মহন্ত॥ ৩৮৭

স্নান দান কৰি নিত্যকৰ্ম সমাপিলা।
অনন্তৰে নৃপবৰ সভাত বসিলা॥
মেহিবেলা যুবৰাজ শুক্লধ্বজ ৰাই।
হেন বাক্য বুলিলন্ত নৃপতিক চাই॥ ৩৮৮

হেড়ম্ব ৰাজ্য অভিমুখে সৈন্যসহ চিলাৰাইৰ যাত্ৰা

হেড়ম্ব নামত ৰাজা আছে হেৰ্মেশ্বৰ।
তাক লাগি মোক দদা পাঞ্চিয়ো সত্তৰ॥
ৰাজা বোলে যায়ো বাপু বিলম্ব নকৰি।
কৰি ইন্দ্ৰ পাত্ৰক নিয়োক লগে কৰি॥ ৩৮৯

ৰাজ ইন্দ্ৰ পাত্ৰ আৰু দামোদৰ কাৰ্জি ।
মেঘা মুকুন্দুম আনো বীৰগণ সাজি ॥
কুড়ি গোটা চিপাহী লৈয়োক বীৰ বাচি ।
অস্ত্ৰ শস্ত্ৰ ধৰি সবে চলন্তোক কাচি ॥ ৩৯০

ৰাজাৰ আদেশে শুক্লধ্বজ মহাবীৰ ।
ঘোঁড়াত চৰিলা গৈয়া নিৰুজ শৰীৰ ॥
পাত্ৰ বীৰ চিপাহীয়ো ঘোঁড়াত চৰিলা ।
মহাৰঙ্গে শুক্লধ্বজ হেড়ম্বে চলিলা ॥ ৩৯১

বীৰগণ সমে ফুৰি চাহিয়া নগৰ ।
ৰাজাৰ দুৱাৰে আসি বৈলা বৰাবৰ ॥
দুই চাবুকৰ কোব দুৱাৰে মাৰিলা ।
শীঘ্ৰ বেগে নৃপতিৰ সমীপে আসিলা ॥ ৩৯২

ভাগিল দুৱাৰ চাবুকৰ কোব পাই ।
হেন অদভুত দেখি হেৰ্ম্বেশ্বৰ ৰাই ॥
বজ্ৰসম দ্বাৰ ইটো আতি অনিৰ্বাৰ ।
ইহাক ভাঙ্গিবে শক্তি আছয় কাহাৰ ॥ ৩৯৩

হেড়ম্ব ৰাজ্যৰ ৰজা হেৰ্ম্বেশ্বৰৰ সন্ত্ৰাস

শুনি আছোঁ শুক্লধ্বজ মহাবাৰ বলী ।
দ্বাৰ ভাঙ্গি তেহেঁ পুনৰোপি গৈলা চলি ॥
এহি বুলি মন্ত্ৰী সমে আলোচন কৰি ।
মনে বোলে ভয় এৰাওঁ নৃপতিক বৰি ॥ ৩৯৪

শুনা নৰনাৰী শিৱবংশাৱলী কথা ।
চুম্বক কৰিয়া কৈবো নাহি অন্যৱথা ॥

শুনন্তে আনন্দ মিলে আতি মনোৰম ।
কোন বীৰ আছে মল্লশুক্লধ্বজ সম ॥ ৩৯৫

ইকথা থাকোক আপোনাৰ চিন্তা হিত ।
ৰাম নামে নিস্তৰিও ঘুৰ্ঘোৰ কলিত ॥
নামক ধৰিয়ো ডাটি আন কাম এৰি ।
মহন্তে সহিতে হৰি কথা শুনা বেৰি ॥ ৩৯৬

নাম বিনে আন বন্ধু নাই সংসাৰত ।
ডাকি ৰাম ৰাম বুলি বঞ্চা বৈকুণ্ঠত ॥

## ছুলড়ী

মন্ত্ৰীৰ লগত হেৰ্মেশ্বৰৰ আলোচনা

হের্মেশ্বৰে পাচে মনে:শুনি আছে
কিমতে এৰাও ভয় ।
চাহিয়া পাত্ৰক বুলিলন্ত বাক,
শুনা আৰো প্ৰজাচয় ॥
নৰনাৰায়ণ নৃপতি প্ৰধান,
যুবৰাজ চিলাৰাই ।
তাহান সমান বলিষ্ঠ প্ৰধান
অন্য কেহোঁ বীৰ নাই ॥ ৩৯৭

পশিবো শৰণ এৰি আন মন
শীঘ্ৰে কৰা সবে সাজ ।
বৰিলে এৰিবে যুদ্ধ নকৰিবে
তেবে ৰৈবে ইতো ৰাজ ॥

স্বৰ্ণে কচাই আনা ভাল চাই,
দুই গোটা মত্তগজ ।
আৰো দুই হাতী ভাল চাই আতি
ৰজতে কৰিয়া সাজ । ৩৯৮

চতুৰ বিংশতি আৰো মত্ত হাতী
স্বৰ্ণৰ ঝাৰী এক ।
এ গোটা ৰূপৰ ঝাৰী চমৎকাৰ
আনিয়ো শীঘ্ৰে প্ৰত্যেক ॥
আৰু এক ঘৰ পুত্ৰ কুঞ্জৰীৰ
আনা পুত্ৰ পৰিয়াৰে ।
এক কুড়ি গিৰি আনা ঝাণ্ট কৰি
আদেশ জানি আমাৰে ॥ ৩৯৯

নৰনাৰায়ণৰ ওচৰত থকা ৰজা হেৰ্মেশ্বৰৰ শৰণ

শুনি পাত্ৰগণে আনি তেতিক্ষণে
নৃপতিৰ আগে দিলা ।
এহি সব লই হেৰ্মেশ্বৰে গই
ৰাজাৰ পায়ে নমিলা ॥
দেখি দুয়ো ভাই মহাৰঙ্গ পাই
ৰাজাক দিলা নিৰ্ভয় ।
বস্ত্ৰ অলঙ্কাৰ আনিয়া বিস্তৰ
বণ্টা দিলা মহাশয় ॥ ৪০০

মল্লদেৱ ৰাই হেড়ম্বক চাই
বুলিলা নিৰ্ভয় বাণী ।
শুনা হেৰ্মেশ্বৰ মোহোৰ উত্তৰ
এৰিয়ো সংশয় জানি ॥

বৎসৰে বৎসৰ দিবা যত কৰ,
তাৰ শুনিয়োক সংখ্যা।
সত্তৰি হাজাৰ ৰূপৰ মোহৰ
হাজাৰেক সোণা লেখা॥ ৪০১

খাবি গোটা হস্তী ভাল চাই আতি
যোগাইবা আমাৰ ঠাই।
এহি খানি কৰ, বৎসৰে বৎসৰ
দিবাহা দূত পঠাই॥
নৰনাৰায়ণ এতেক বচন
বুলি মৌন হুয়া ৰৈলা।
শুনি হেৰ্মেশ্বৰে পৰম সাদৰে
ৰাজাক মাতিবে লৈলা॥ ৪০২

শুনা নৰদেৱ পাৱে কৰো সেৱ,
তযু ইটো আজ্ঞাবাণী।
অৱশ্যেকে মঞি কৰিবো নিচই
জানিবাহা মহামানী॥
মোৰ ৰাজ্যভাৰ তযু অধিকাৰ
নাকাটি ৰাখিলা ঘিণে।
আৰো আমাসাৰ নাহি অধিকাৰ
কেবলে তেখেতে চিনে॥ ৪০৩

শুনি মল্লৰাই দিলন্ত বিদায়
পূৰ্ব্বৰ পাটে থাকিয়ো।
মঞি বিদ্যমানে কি কৰিব আনে
ইসব শঙ্কা এৰিয়ো॥

শুনি হেৰ্ম্মেশ্বৰ আনন্দিত বৰ,
ৰাজাৰ নামি চৰণ।
আছে প্ৰজা যত কৰিয়া লগত
গৃহক কৈলা গমন ॥ ৪০৪

## ছবি

আত অনন্তৰে কথা, শুনা যেন ভৈল তথা
নৃপতিৰ বিজয়বিক্ৰম।
মণিপুৰে যাইবে মনে, পাচে নৰনাৰায়ণে
কৰিলন্ত যুদ্ধক উদ্যম ॥
হেন দেখি চিলাৰাই বুলিলা ৰাজাক চাই,
শুনা দাদা মোহোৰ বচন।
চাহি আতি বলিয়াৰ দিয়া আজ্ঞা আপুনাৰ
দূতক পাঠিয়ো এতিখণ ॥ ৪০৫

মণিপুৰলৈ কোচ কটকী প্ৰেৰণ

মণিপুৰে চলি যাউক, ৰাজাৰ আগত কৌক
বৰোক আসিয়া আমাসাত।
যদি নৰবৰ জানি, বুলিলো নিচয় বাণী,
তেবে কৰিবোহো কন্ধপাত ॥
ভাতৃৰ বচন শুনি পাচে ৰাজা মনে গুণি
পত্ৰ দিয়া দূতক পঠাইল।
দূত গৈয়া খৰন্তৰে পশিলন্ত মণিপুৰে,
পত্ৰ দিয়া ৰাজাত যোগাইলা ॥ ৪০৬

পাচে মণিপুৰ ৰাজা মিলায়া সমস্তে প্ৰজা
আলোচ কৰিয়া নৰপতি।

প্ৰজাসমূহৰ লগত মণিপুৰৰ ৰজাৰ আলোচনা

নৰনাৰায়ণ ৰাজা তান সঙ্গে বহুপ্ৰজা,
যুদ্ধে তাঙ্ক নাহিকে শকতি ॥
তানে ভাই চিলাৰাই, যাৰ সম যোদ্ধা নাই,
তাঙ্ক জিনিবেক কাৰ বাপ।
এতেকেসে বৰিবোহো, নিচয় কৰিয়া কহোঁ
লাগে ভয় শুনিয়া প্ৰতাপ ॥ ৪০৭

এতেকে বুলিয়া ৰাজা, গজ বাজী যত প্ৰজা
সঙ্গে লৈয়া বৰিবে আসিলা।

নৰনাৰায়ণৰ ওচৰত মণিপুৰৰ ৰজাৰ শৰণ

হেন বাৰ্তা দূতে পাচে গৈয়া নৃপতিৰ কাছে,
দণ্ডৱতে প্ৰণাম জনাইলা ॥
শুনি নৰনাৰায়ণ ৰাজা ভৈলা ৰঙ্গমন
মেলঘৰে বসিল গুলাই।
মগল দেশৰ ৰাজা আসি আছে যত প্ৰজা,
দিলা মেল সবাকো অনাই ॥ ৪০৮

বিংশতি হাজাৰ ধন, এক সহস্ৰেক সোণ,
হস্তী দুই বিংশতি দিলন্ত।
এহি সব ভেটি লই মেল গৃহ পশি গই
নৰনাৰায়ণক বৰিলন্ত ॥
শুনিয়োক সভাসদ, শিৱবংশাৱলীপদ,
শ্ৰবণে আনন্দ হৰে মন।
মহাবল পৰাক্ৰম তাঙ্ক কোনে হৈব সম,
মল্লদেৱ নৃপতি গহন ॥ ৪০৯

ইকথা থাকোক এবে সংসাৰ তৰিবা যেবে
হৰিৰ চৰণে কৰা সাৰ ।
এৰিয়োক আন কাম ডাকি বোলা ৰাম ৰাম
তেবে পাইবা সংসাৰৰ পাৰ ॥ ৪১০

পদ

অনন্তৰে নৰনাৰায়ণ চিলাৰাই ।
পৰম আনন্দ আতি ভৈলা দুয়ো ভাই ॥
মণিপুৰ নৃপতিক প্ৰশংসি অপাৰ ।
নিৰ্ভয় দিলন্ত দুয়ো ভাই বাৰম্বাৰ ॥ ৪১১

মণিপুৰৰ ৰজাৰ প্ৰতি নৰনাৰায়ণৰ নৰ্দেশ

পাচে নৰনাৰায়ণে বুলিলা বচন ।
শুনা মণিপুৰ ৰাজা কৰি এক মন ॥
নামাৰোঁ তোমাৰ ৰাজ্য জানিবাহা সাৰ ।
বৎসৰে বৎসৰে মোক দিবা কৰ ভাৰ ॥ ৪১২

বিংশতি হাজাৰ ৰূপ তিনি শত সোণ ।
দশ গোটা গজ দিবা পৰম নিপুণ ॥
দূত পঠাই বৎসৰত দিবা এহি খানি ।
তেবে নিৰোপদ্ৰে ৰক্ষা পাইবে সবে প্ৰাণী ॥ ৪১৩

মণিপুৰ ৰাজা পাচে দিলন্ত উত্তৰ ।
তোমাৰ আজ্ঞাক পালিবোহো নৰেশ্বৰ ॥
হেন শুনি হাসি পাচে মল্লদেৱ ৰাই ।
বণ্টা দিয়া নৃপতিক দিলন্ত বিদায় ॥ ৪১৪

আত অনন্তৰে শুনা যেন কথা ভৈলা।
জয়ন্তীয়া ৰজাৰ লগত চিলাৰাইৰ যুদ্ধ; জয়ন্তীয়া ৰজাৰ পৰাভৱ
তৈৰ হস্তে জয়ন্তা নগৰে চলি গৈলা ॥
জয়ন্তাৰ ৰজা সমে যুদ্ধ লাগিলন্ত।
ৰণে জিনি চিলাৰাই তাক মাৰিলন্ত ॥ ৪১৫

ভয়ে পলাইলন্ত যত আছে মানে প্ৰজা।
দেখিলন্ত তাক নৰনাৰায়ণ ৰাজা ॥
দায়ায়ে তাহাৰ নিজা তনয়ক আনি।
জয়ন্তাতে ৰাজা পাতিলন্ত মহামানী ॥ ৪১৬

জয়ন্তা ৰাজাৰ পুত্ৰে ঘোঁড়া একশত।
দশ সহস্ৰেক ৰূপ দিলেক ভয়ত ॥
সোণ এক হাজাৰ আনিলা ভাল বাছি।
বস্ত্ৰ অলঙ্কাৰ পিন্ধি আসিলন্ত কাচি ॥ ৪১৭

তৰোৱাল নামে খাণ্ডা মুখ্য অস্ত্ৰ হয়।
জয়ন্তীয়া ৰজাৰ পুত্ৰই নৰনাৰায়ণৰ ওচৰত শৰণ লয়
হেন তৰোৱাল খাণ্ডা আনি শতচয় ॥
এহি খানি ভেন্টি দিয়া জয়ন্তাৰ সুত।
দণ্ডৱতে পৰি তুতি কৰিলা বহুত ॥ ৪১৮

বোলে মোক মোহৰ মাৰিবে আজ্ঞা কৰা।
ৰাজা বোলে ইটো আশা দূৰে পৰিহৰা ॥
তথাপি পাৰ্থিলি যদি শুনিয়ো উত্তৰ।
মাৰিবি মোহৰ বুলি জয়ন্তা নগৰ ॥ ৪১৯

ৰূপ দশ সহস্ৰ দিবিহি মোৰ ঠাই।
সত্তৰি ঘোটক দিবি ভাল ভাল চাই ॥

তিনি শত নাকৈ দাও দিবি তীক্ষ্ণতৰ ।
দূত পঠাই বৎসৰে বৎসৰে দিবি কৰ ॥ ৪২০

এহি বুলি বণ্টা দিয়া দিলন্ত বিদাই ।
ৰহিলন্ত আনন্দে তহিতে দুয়ো ভাই ॥
আত অনন্তৰে শুনা যেন কথা ভৈলা ।
ত্রিপুৰাৰ ৰাজাক যুঝিবে মন কৈলা ॥ ৪২১

আলোচিলা ৰাজা পাত্র মন্ত্রীক মিলাই ।
অনন্তৰে মাতিয়া বোলন্ত চিলাৰাই ॥
শুনিয়োক দদা মঞি কথা কহো সাৰ ।
মোৰ লগে যুঝিবেক কমন যুদ্ধাৰ ॥ ৪২২

এহি শুনি নৰনাৰায়ণ মহাৰাই ।
সাধু সাধু মহাবীৰ চিলাৰাই ভাই ॥
শীঘ্রে যাহা বাপু তুমি ত্রিপুৰা বধিতে ।
শুনি শুক্লধ্বজ ভৈলা আনন্দিত চিত্তে ॥ ৪২৩

চিলাৰাইৰদ্বাৰা ত্রিপুৰা ৰাজ্য জয়

চল্লিশ হাজাৰ বীৰ চিপাহীক লই ।
ত্রিপুৰা সহিতে ঘোৰ যুদ্ধ কৈলা গই ॥
মাৰিলন্ত তাক শুক্লধ্বজে সমৰত ।
প্রজাক মাৰিলা ৰণে তিনি ষাঠি শত ॥ ৪২৪

আৰো যত সৈন্যমানে পলাইল নিশেষ ।
মহা ভয়াতুৰ হৈয়া গৈলা নানা দেশ ॥
ত্রিপুৰাৰ ভাই আমি শৰণ পশিল ।
দেখি চিলাৰায়ৰ আতি দয়া সম্পজিল ॥ ৪২৫

দশ সহস্ৰেক ৰূপ সোণ এক শত ।
তিনি দশ ঘোঁড়া আতি ৰণত পাৰ্গত ॥
এহি সব ভেন্টি সমে শুক্লধ্বজ ৰাই ।
আনিলন্ত তাক নৰনাৰায়ণ ঠাই ॥ ৪২৬

ভেন্টি সব দিয়া সিটো পশিলা শৰণ ।
তাক দেখি ভৈলা নৰনাৰায়ণ ॥
দিলন্ত নিৰ্ভয় তাক মল্লদেৱ ৰাই ।
ৰাজা হুই তঞি চলি যাহ নিজ ঠাই ॥ ৪২৭

বৎসৰে বৎসৰে কৰ যোগাইবি আমাত ।
যিবাখিনি দিবি কহোঁ শুনিয়ো সাম্প্ৰত ॥
নৱ সহস্ৰেক সোণ যোগাইবি বৎসৰে ।
এৰিলোহো তোক মঞি অতি দয়ান্তৰে ॥ ৪২৮

শুনি ত্ৰিপুৰাৰ ভাই নামত বিশাল ।
বোলে মহাৰাজা যত কহিলাহা ভাল ॥
সমস্তে কৰিবো তযু আজ্ঞা মহামানী ।
মোক দায়া নচাৰিবা তযু ভৃত্য জানি ॥ ৪২৯

হেন শুনি ৰাজা ভাল বণ্টাক অনাই ।
তাহাক পিন্ধায়া ৰঙ্গে দিলন্ত বিদাই ॥
আত অনন্তৰে শুনা যেন ভৈলা কাজ ।
শুক্লধ্বজ নৰৰাৰায়ণ মহাৰাজ ॥ ৪৩০

বান্ধিলন্ত আলি গড় পুখুৰী খানিলা ।
সমস্তে লোকক মহাৰাজা বণ্টা দিলা ॥

মাৰিলা জয়ন্তা ত্ৰিপুৰাৰ নৃপতিক ।
শুনি ত্ৰিপুৰাৰ মুখে বাৰ্ত্তা অতিৰেক ॥ ৪৩১

খৈৰামৰ ৰজাৰ শৰণ

হেন মনে খৈৰামৰ ৰাজা গুণিলন্ত ।
অৱশ্যেকে মোকো আসি ৰণে মাৰিবেক ॥
পাত্ৰ সমে আলোচিয়া কৰিলেক সাৰ ।
ধৰিলেসে বৈৰ জানা জীৱন আমাৰ ॥ ৪৩২

মহাবলশালী ৰাজা ধৰ্মবন্ত বৰ ।
যাচি গৈলে আমাক ৰাখিবা নৰেশ্বৰ ॥
এহি বুলি তিনি কুড়ি ঘোটক লৈলন্ত ।
চল্লিশ দন্তাল হস্তী মহাবলৱন্ত ॥ ৪৩৩

চল্লিশ হাজাৰ ৰূপ সোণ দশ শত ।
আনো উপহাৰ দ্ৰব্য লৈলন্ত লগত ॥
নৰনাৰায়ণ চিলাৰাই দুয়ো ভাই ।
ৰঙ্গে বসি আছে যেন মাহেন্দ্ৰ পৰাই ॥ ৪৩৪

খৈৰাম নৃপতি গই ধৰিলা ৰাজাক ।
ভেটি সব নিয়া বুলিলন্ত তুতি বাক ॥
হেন শুনি চিলাৰাই বুলিলা বচন ।
খৈৰাম নৃপতি আসি পশিল শৰণ ॥ ৪৩৫

খৈৰামৰ নৃপতিৰ প্ৰতি নৰনাৰায়ণৰ নিৰ্ভয়বাণী

হেন জানি দদা আহ্ম ৰাখিতে লাগয় ।
তুমি মহাধৰ্মী ৰাজা কি কৈতে লাগয় ॥
হেন শুনি ৰাজা খৈৰামক বোলে বাক ।
ভয় নকৰিবা মঞি ৰাখিলোঁ তোমাক ॥ ৪৩৬

আপুনি আসিছা যাচি ৰক্ষাৰ কাৰণে ।
হেনয় ৰাজাক নাৰাখিবো কি কাৰণে ॥
মোত তুমি কিবা খোজা কহিয়ো সত্তৰ ।
হেন শুনি ৰাজা পাচে দিলন্ত উত্তৰ ॥ ৪৩৭

খৈৰাম বদতি মহাৰাজা শুনিয়োক ।
মোহৰ মাৰিবে প্ৰতি আজ্ঞা দিয়ো মোক ॥
হেন শুনি সংগ্ৰামকেশৰী চিলাৰাই ।
মাতিবাক লৈলা খৈৰামৰ মুখ চাই ॥ ৪৩৮

সুত ভৈলা বৰি তুমি আসি আমাসাৰ ।
মোহৰ মাৰিবে যোগ্য নহয় তোমাৰ ॥
মল্লদেৱ নামে তুমি মোহৰ মাৰিবা ।
তোৰ নামে মাৰা যেবে প্ৰতিকাৰ পাইবা ॥ ৪৩৯

হেন শুনি খৈৰামে মাতন্ত পুনৰ্বাৰ ।
তযু আজ্ঞা কোন জনে নকৰিব আৰ ॥
পাচে শুনি নৰনাৰায়ণ মহাৰাজা ।
দিলা বণ্টা খৈৰামক লগে যত প্ৰজা ॥ ৪৪০

বৎসৰে বৎসৰে শুনা কৰ দিবা যত ।
ত্ৰিশ গোটা হস্তী আতি যুদ্ধত পাৰ্গত ॥
পঞ্চদশ সহস্ৰ টঙ্কাক দিবা আনি ।
নৱ শত সোণা দিবা কৈলো নিষ্ঠ বাণী ॥ ৪৪১

পঞ্চাশ ঘোটক দিবা ভাল ভাল চাই ।
বৎসৰে বৎসৰে দিবা সবে মোৰ ঠাই ॥

এহি বুলি বিদায় দিলন্ত মহাৰাজা।
খৈৰাম গৈলন্ত লগে লৈয়া নিজ প্ৰজা॥ ৪৪২

আত অনন্তৰে সবে শুনা পাচ কথা।
কৰিলন্ত দুইভাই যিমত ব্যৱস্থা॥
গৈলেক খৈৰাম যেবে নিজ দেশে চলি।
আলোচ কৰিয়া দুয়ো ভাই মহাবলী॥ ৪৪৩

আনো পাত্ৰ মন্ত্ৰী সমে যুগুত কৰিয়া।
ভঠিয়াই আইলা ৰাজা আনন্দিত হিয়া॥
আত অনন্তৰে শুনা সভাসদগণ।
মৃগকাঙ্ক নামে ৰাজা আছিলা গহন॥ ৪৪৪

ডুমকৰুৱা ৰজাৰ সৈতে কোচসৈন্যৰ যুদ্ধ পৰাভব

তানে বংশে ডুমকৰুৱা দেশৰ নৃপতি।
মহা পৰাক্ৰমী ধৰ্মবন্ত মহামতি॥
সেহি দেশে প্ৰবেশিলা নৰনাৰায়ণ।
দেখি ডুমকৰুৱা ৰাজা দিলে ঘোৰ ৰণ॥ ৪৪৫

ৰণে জিনি চিলাৰাই ৰাজাক ধৰিলা।
নৰনাৰায়ণ নৃপতিৰ আগে দিলা॥
বন্দী কৰি থৈলা দিয়া কটোৱাল হাতে।
আৰো এক কথা ৰাজা দেখিলা সাক্ষাতে॥ ৪৪৬

বলয়া আকাৰ ব্ৰহ্মপুত্ৰ আছিলন্ত।
পাণ্ডুনাথ সীমা কাৰ দক্ষিণ কুলত॥
পাচে নৰনাৰায়ণ ৰাজা চিলাৰাই।
পাত্ৰ মন্ত্ৰী সমে আলোচিলা দুয়ো ভাই॥ ৪৪৭

খাৰুৱা আকাৰে আছে ইতো তীৰ্থবৰ।
সৈন্য সবে জাঠি জোঙ্গ ধৰিয়া সত্তৰ ॥
তৰোৱাল চিপৰাঙ্গ ধৰিয়া এখনে।
সবে লোকে হেলা এৰি খানিয়ো যতনে ॥ ৪৪৮

হাজোৰ সোতাত মহাৰঙ্গে পেলাই দিয়ো।
চন্দ্ৰদিবাকৰে এক গোটা কীৰ্ত্তি থৈয়ো ॥
খৰ্গসোতা খনন
যেবে আজ্ঞা কৰিলন্ত নৰনাৰায়ণ।
খানিবে লাগিলা জাঠি জোঙ্গে তেতিক্ষণ ॥ ৪৪৯

কতো চিপৰাঙ্গে খানে আতি কুতূহলে।
হাজোৰ সোতাত নিয়া পেলাইলা সকলে ॥
এহিসে কাৰণে সোতা বহল ভৈলন্ত।
খৰ্গসোতা তাৰ নাম প্ৰসিদ্ধ ভৈলন্ত ॥ ৪৫০

চমূ হৈল বহল ভৈলন্ত অদভুত।
দেখিয়া আনন্দ ভৈলা বিশ্বসিংহ সুত ॥
পাচে মল্ল ৰাজা শুক্লধ্বজ দুই ভাই।
পাত্ৰ-মন্ত্ৰী সমে সবে সৈন্যক জন্তাই ॥ ৪৫১

তৈৰ হন্তে ৰহা নামে গ্ৰামক গৈলন্ত।
ৰহাত কোচসৈন্যৰ স্থিতি
গড় বান্ধি সৰ্ব সৈন্যে তথা ৰহিলন্ত ॥
পাত্ৰ-মন্ত্ৰী সৈন্যগণে আবৰি ৰহিলা।
ভূমকুৱা নৃপতিক বন্দি কৰি থৈলা ॥ ৪৫২

ঘোগ পক্ষীৰ বিৱৰণ
আৰো এক কথা শুনা আতি বিপৰীত।
ঘোগ নামে পক্ষী সৰ্বজনতে বিদিত ॥

সীমা সংখ্যা নাই পক্ষী আসিল বিস্তৰ।
পৰিয়া থাকিলা সবে বৃক্ষৰ উপৰ। ৪৫৩

অনাহাৰে পৰি আছে গোটেকো নযাই।
হেন দেখি পাচে নৰনাৰায়ণ ৰাই॥
পাত্ৰ মন্ত্ৰী সবত পুছিলা নৃপবৰ।
শুনা সবে সেনাপতি মোহোৰ উত্তৰ॥ ৪৫৪

কি কাৰণে ইতো ঘোগ পক্ষী অপৰ্য্যস্ত।
নলৰে নচৰে পানী আহাৰ নখাস্ত॥
ইহাৰ কাৰণ মোত কহিয়ো সত্তৰ।
হেন শুনি পাত্ৰ-মন্ত্ৰী দিলন্ত উত্তৰ॥৪৫৫

শুনিয়োক মহাৰাজা আমাৰ বচন।
কহিবাক নপাৰোহো ইহাৰ কাৰণ॥
শুনি মহাৰাজা হেন সবাহাৰে বাণী।
ডুমকুৱা নৃপতিত পুছিলা কাহিনী॥ ৪৫৬

ডুমকুৱা বোলে শুনিয়োক মহাৰায়।
মোক স্নেহে পক্ষীগণে এৰিয়া নজাই॥
আহাৰো নাখাই নৰলয় নচৰয়।
ইহাৰ কাৰণ শুনিয়োক মহাশয়॥ ৪৫৭

মৎস্য নামাৰো মঞ্চি এখান বিলত।
পক্ষীসবে মৎস্য ভুঞ্জে আনন্দ মনত॥
সেহিসে কাৰণে মোক এৰিয়া নযাই।
তযু আগে কথা যত কৈলো মহাৰায়॥ ৪৫৮

হেন শুনি বিস্ময় ভৈলন্ত নৃপবৰ।
ৰক্ষা সকলক চাই বুলিলা উত্তৰ ॥
ডুমকৰা ৰজাক মুক্তিদান
ভৈলো বৰ তুষ্ট শুনি ৰাজাৰ বচন।
বন্দিশালা হন্তে আহ্ম মলিয়ো এখন ॥ ৪৫৯

হেন শুনি কটোৱালে মেলিলন্ত যাই।
দেখি আতি মনোৰঙ্গে বোলে চিলাৰাই ॥
শুনা দদা ডুমকৰা নৃপতি ধৰ্মিষ্ঠ।
পক্ষীকো পালয় ৰাজা কিনো আতি শিষ্ট ॥ ৪৬০

বণ্টা দিয়া দেশক পঠায়ো পুনৰ্বাৰ।
বৎসৰে বৎসৰে ৰাজা দিবে কৰভাৰ ॥
সাত সহস্ৰেক ৰূপ দিবেক বৎসৰে।
হেন শুনি নৰনাৰায়ণ নৃপবৰে ॥ ৪৬১

ভাতৃৰ বচনে মনৰঙ্গে মহাৰায়।
সুৱৰ্ণৰ বণ্টা অনাইলন্ত ভাল চাই ॥
দিলেক ৰাজাক আতি আনন্দিত মনে।
দেশক যাইবাক আজ্ঞা কৰিলা তেখনে ॥ ৪৬২

ডুমকৰা ৰাজা আতি আনন্দে মনত।
মল্লদেৱ চৰণে কৰিয়া দণ্ডৱত ॥
চলিলন্ত দেশে ৰাজা প্ৰজাগণ যত।
ঘোগ পক্ষী সবো চলি গৈলন্ত লগত ॥ ৪৬৩

সেহি ধৰি ডুমকৰা ৰাজাৰ বংশত।
ঘোগ পক্ষী গোটেকো নকৰে কেহোঁ হত ॥

আত অনন্তৰে সবে শুনা পাচ কথা ।
দুই ভাই কৰিলন্ত যি মত ব্যৱস্থা ॥ ৪৬৪

জয়ন্তাৰ নৈঋতে আছয় ৰাজা এক ।
চিৰাঠ দেশৰ সিতো পাংছা অতিবেক ॥
মহা পৰাক্ৰমী সৈন্য বিস্তৰ আছয় ।
অনেক চিপাহী উট হস্তী ঘোঁড়া চয় ॥ ৪৬৫

চিলেট অভিমুখে কোচসৈন্যৰ যাত্ৰা

তাক যুঝিবাক প্ৰতি মতি কৰিলন্ত ।
সৰ্ব সৈন্য লৈয়া পাচে চিৰাঠে গৈলন্ত ॥
শুনক সভাসদ ৰাজবংশাৱলীচয় ।
যাতো মহেশৰ অংশ তেসম্বে হোৱয় ॥ ৪৬৬

তাতে সেই সব কথা আতি ৰুচিকৰ ।
ইকথা থাকোক আবে শুনা সবে নৰ ॥
ভাৰতে জনম লভিলাহা কত ভাগে ।
বোলা ৰাম ৰাম যেবে তৰিবাক লাগে ॥ ৪৬৭

## ছুলড়ী

পাচে নৰনাৰা য়ন চিলাৰায়
দূতক পাঠি দিলন্ত ।

চিলেট দেশ অভিমুখে কোচ ৰাজদূত প্ৰেৰণ

আসোক চিৰাঠ নহোক পৰাঠ,
কহিবাহা ভাল মত ॥

শুনিয়া দুই দূত চলিয়া গৈলন্ত
চিৰাঠৰ নগৰক।
দ্বাৰীক বোলয় শুনা মহাশয়
ভেণ্টায়ো তোৰ ৰাজাক ॥ ৪৬৮

শিৱবংশে জাত, জগতে প্ৰখ্যাত
নৰনৰায়ণ ৰাজা।
ভ্ৰাতৃ চিলাৰায় বলে সম নাই
সঙ্গে গজ বাজি প্ৰজা ॥
পাঠ্ছিলা আমাক কৈলো নিষ্টবাক
নৃপতিত দিয়া জান।
শুনিয়া দুৱাৰী আথ বেথ কৰি
গৈলেক ৰাজাৰ থান ॥ ৪৬৯

সকলে বৃত্তান্ত কহিলা ৰাজাত
দ্বাৰী আতি ভয় মনে।
শুনিয়া চিৰাঠ কৰি মনকষ্ট
চলি গৈলা তেতিক্ষণে ॥
দূতক দেখিয়া ক্ৰোধত জলিয়া

চিলেট দেশৰ ৰজাৰ ক্ৰোধ

বচন বোলে প্ৰখৰ।
নৰনাৰায়ণ চিলাৰায় বীৰ
মোহোত কৰিয়া বৰ ॥ ৪৭০

নজাইবোহো মঞি চলি ঘাস তঞি
ৰাজাত কৈয়ো সত্তৰ।
হয় হস্তী প্ৰজা সমস্তকে ৰাখি,
দেশৰ হৌক অন্তৰ ॥

হেন শুনি পাচে দুয়ো দূতে গই,
নৃপতিত জান দিলা।
চিৰাঠৰ বাণী দুয়ো ভাই শুনি
ক্রোধত আতি জলিলা॥ ৪৭১

প্ৰজাক জন্তাই পাচে দুয়ো ভাই,
যুদ্ধক কৰিলা মন।
পাচে চিলাৰায় নৃপতিক চাই
বুলিলা হেন বচন॥
শুনা দদা তুমি এহি থানে থাকা,
মঞি যুদ্ধে যাওঁ চলি।
কিছো সৈন্য লৈয়া চিৰাঠক গৈয়া,
দেখোঁ কতমান বলী॥ ৪৭২

চিলেটৰ নৃপতিৰ বিৰুদ্ধে চিলাৰাইৰ সমৰ যাত্রা

পাচে মল্লদেৱ ভাতৃক বোলয়
যায়োক সত্তৰ কৰি।
শুনি চিলাৰাই সৈন্যক জণ্টাই,
গৈলা অতি দৰদৰি॥
শুনিলা চিৰাঠ মিলিল পৰাঠ,
সাজিলেক যুদ্ধ কাচে।
হস্তী ঘোঁৰাচয় চিপাহী চলয়
নৃপতিৰ আগে পাচে॥ ৪৭৩

মহা চমৎকাৰে ৰণক গৈলন্ত
দেখি চিলাৰায় বীৰ।
ক্রোধে আৰকত দুই চক্ষু আতি
কাম্পে সবে উৰু শিৰ॥

যত যত ৰাজা,  আমাত বৰিল
হস্তী ঘোঁড়া ভেণ্টি কৰি।
চিৰাঠে নমানে  ৰণকেসে মনে,
আসিছন্ত দৰদৰি ॥ ৪৭৪

এহি বুলি আসি  হাজাৰ চিপাহী
ৰণক পাছিয়া দিল।
কোচসৈন্য আৰু চিলেটসৈন্যৰ যুদ্ধ
চিৰাঠৰ সৈন্যে  আগুৱাই আসি
দুৰ্ঘোৰ যুদ্ধ কৰিল ॥
তিনি দিন মান  ভৈলা ঘোৰ ৰণ
কাকো কেৱে নিজিনয়।
বিস্তৰ ঘোটক  হস্তী বীৰ প্ৰজা
পৰি গৈল যমালয় ॥ ৪৭৫

দেখি চিলাৰায়  ক্ৰোধে গৈলা ধাই
খাণ্ডা বাৰু ধৰি হাতে।
বাৰুৰ ছাটিত  নেদেখি মাটিত
ছিলনী যেন সাক্ষাতে ॥
ঝাম্পে ঝাম্পে সৈন্য  কাটন্তেসে যাই
হস্তী ঘোঁড়া যত পাই।
সপ্তম প্ৰহৰে  এক লক্ষ সেনা
মাৰিলন্ত চিলাৰায় ॥ ৪৭৬

চিলাৰাইৰ হাতত চিলেট ৰজাৰ মৃত্যু চিলেট সৈন্যৰ পৃষ্ঠভঙ্গ
চিৰাঠ ৰাজাক  বাগি দিয়া ছেৱে
মাৰিলন্ত খাণ্ডা ঘাই।
হেন দেখি যত  সৈন্য আছে মানে,
ভয়তে সবে পলাই ॥

বিমুখ সেনাক দেখি নকাটয়
ধৰ্মশালী চিলাৰায় ।
ৰহিলন্ত তথা, শুনা যেন কথা
কৰিলা ৰাজাৰ ভাই ॥ ৪৭৭

চিৰাঠৰ ভাই নামে অসিৰাই
ভয় ভৈলা আতি মনে ।
সম্ভাৰ বহুত কৰিয়া যুগুত
গৈলা ৰৰিবাক মনে ॥
হস্তী এক শত ঘোঁড়া নৱ বিংশ,
তিনি লক্ষ ধন লই ।
দশ সহস্ৰেক সুৱৰ্ণৰ টঙ্কা
এতেক সম্ভাৰে গই ॥ ৪৭৮

চিলাইৰাইৰ ওচৰত অসিৰাইৰ বৈশ্যতা স্বীকাৰ

সংগ্ৰামসিংহৰ চৰণে কাতৰ,
কৰিলন্ত ভয় মনে ।
দেখি চিলাৰায় মনে গুণি চাই,
বুলিলা হেন বচনে ॥
নৃপতিৰ আগে, যাইবাক লাগয়
এহি সম্ভাৰক লই ।
চিলাৰায়ৰ বাণী অসিৰাই শুনি
বুলিলা হেন বচন ॥
তযু যেন বাক্য শুনিলোহো তাক,
যাইকে মঞিও এতিক্ষণ ।
এহি বুলি পাচে চিলাৰায় সমে,
চলি গৈলা ৰঙ্গমন ॥ ৪৭৯

চিলাৰায় পাচে বাজাক ভেণ্টাইলা
সবে ধন হস্তী লই ।
নৃপতিৰ মন আনন্দ কৰাইলা
সবে সমাচাৰ কই ॥
শুনা সভাসদ, শিব্রৰ বংশৰ
বল আতি অদভুত ।
তিনিয়ো দিশক জিনিলা কৌতুকে
সিতো বিশ্বসিংহস্থত ॥ ৪৮০

ইতো কথা যত শুনিবা পাচত
সম্বে লৈয়ো হৰিনাম ।
তেবেসে নিস্তৰি দুৰ্গতিক তৰি
লভিবা বৈকুণ্ঠ ধাম ॥
নামক নেৰিবা নিচয় কৰিবা
শাস্ত্রৰ বুজিয়া সাৰ ।
তেজি আন কাম বোলা ৰাম ৰাম
তৰিবাক ইচ্ছা যাৰ ॥ ৪৮১

পদ

নৰনাৰায়ণৰ- ৰাৰা অসিৰাইক নির্ভয় দান

আত্ত অনন্তবে শুনা যি কথা ভৈলন্ত ।
চিৰাঠৰ ভাইক চিলাৰায় ভেণ্টাইলন্ত ॥
তুতি নতি কৰি সিতো ৰবিলা ৰাজাক ।
ৰাজায়ো নির্ভয় বাণী বুলিলা তাহাঙ্ক ॥ ৪৮২

নৰনাৰায়ণ ৰাজা ভাতৃ সমে দুই ।
বসিয়া আছন্ত অতি আনন্দিত হুই ॥
অনন্তৰে শুক্লধ্বজে বুলিলা বচন ।
চিৰাঠৰ ভাইক বণ্টা দিয়ো বুজি মন ॥ ৪৮৩

ভাতৃৰ বচন শুনি পাচে মহাৰাজ ।
বণ্টা সব অনাইলন্ত কৰি সব সাজ ॥
চিৰাঠৰ ভাইক চাই বুলিলা বচন ।
ইতো বণ্টা সব পিন্ধিয়োক ৰঙ্গমন ॥ ৪৮৪

চিৰাঠ দেশৰ ৰাজা পাতিলো তোমাক ।
বৎসৰে বৎসৰে কৰ যোগাইবা আমাক ॥
হস্তী এক শত ঘোঁড়া দুই শত ভাল ।
বৎসৰত আমাক দিবাহা কৰ মাল ॥ ৪৮৫

তিনি লক্ষ টঙ্কা দশ হাজাৰ সোণাৰ ।
যোগাইবা আমাক দূত পঠাই আপুনাৰ ॥
হেন শুনি চিৰাঠ ৰাজাৰ সিতো ভাই ।
প্ৰণামি বোলন্ত আবে শুনা মহাৰাই ॥ ৪৮৬

বৎসৰত এহি কৰ যোগাইবো তোমাক ।
নতো পাৰা যেবে তেবে দণ্ডিবা আমাক ॥
এহি বুলি সিতো নমস্কাৰ কৰিলন্ত ।
কৰ যোৰ কৰি পুনু বাক্য বুলিলন্ত ॥ ৪৮৭

বৰিলো তোমাক কাৰ্য ভৈলেক সুন্দৰ ।
আবে মোক বিদায় দিয়োক নৃপবৰ ॥

অসিৰাইক বিদায় দান

পাচে মহাৰাজা তাঙ্ক দিলন্ত বিদায় ।
আজ্ঞা পাই চিৰাঠ গৈলন্ত নিজ ঠাই ॥ ৪৮৮

আত অনন্তৰে শুনা যেন কথা ভৈলা ।
চিৰাঠ চলিয়া যেবে নিজ দেশে গৈলা ॥
পাচে নৰনাৰায়ণে বোলে চিলাৰায় ।
ইথানে আমাৰ থাকিবাৰ কাৰ্য্য নাই ॥ ৪৮৯

তিনিয়ো দিশৰ সন্নিতৰ ৰাজাগণ ।
বলে নপাৰিয়া সবে পশিলা শৰণ ॥
পচিম দিশত আছে নৃপতি ডাঙ্গৰ ।
তাহাক সমুখে মঞি চলিবো সত্তৰ ॥ ৪৯০

চিলাৰাই বোলে দদা পচিমক যাইবো ।
আগে নীলাচলে গৈয়া গোঁসানী দেখিবো ॥
নৰনাৰায়ণে বোলে আসা তেবে যাওঁ ।
নয়ন ভৰিয়া গোঁসানীৰ থান চাওঁ ॥ ৪৯১

নীলাচল অভিমুখে নৰনাৰায়ণ-চিলাৰাইৰ যাত্ৰা

এহি বুলি আলোচিয়া ৰাজা মহামতি ।
গোঁসানীৰ থানে দুয়ো চলিল সম্প্ৰতি ॥
নীল পৰ্বতৰ মধ্যে মহাৰম্য স্থান ।
ভগ্ন মঠ চিহ্ন দেখিলন্ত বিদ্যমান ॥ ৪৯২

মঠ বান্ধিবাক মতি ভৈলা নৃপবৰ ।
সেহি বেলা জন্মত প্ৰৱেশ শনীশ্বৰ ॥
দ্বাদশ ৰাশিত থিত গুৰু বৃহস্পতি ।
অষ্টমত ৰাহু থাকি বঢ়াইলা কুমতি ॥ ৪৯৩

ভাতৃক সম্বুদ্ধি মাতিলন্ত মহাৰাই ।
পচিম দেশত আগে যুদ্ধ কৰোঁ যাই ॥
আপোনাৰ বাহুবলে মাৰো ৰাইজখান ।
পাচে গোঁসানীৰ মঠ কৰিবো নির্মাণ ॥ ৪৯৪

কোচসৈন্যৰ গৌড় ৰাজ্য অভিমুখে যাত্রা, গৌড়েশ্বৰৰ লগত যুদ্ধ, কোচ-সৈন্যৰ পৰাজয়, চিলাৰাই বন্দী

কুগ্রহৰ ফলে হৃদয়ত গর্ব ভৈলা ।
তৈৰপৰা পচিম দিশক চলি গৈলা ॥
হয় হস্তী পদাতিৰ লেখা জোখা নাই ।
যেহেন আকাশ ঢাকি ফৰিঙ্গ উজাই ॥ ৪৯৫

কতিপয় দিনে গৈয়া পাইলা গৌড়েশ্বৰ ।
পাৎছায়ে সহিতে ঘোৰ লাগিলা সমৰ ॥
হস্তীয়ে হস্তীক যুঝে পদাতি পদাতি ।
ঘোটকে ঘোটকে যুঝে মাৰে ঝাপলাথি ॥ ৪৯৬

চিপাহীয়ে খাণ্ডা ধৰি মাৰে বাক ছাট ।
বন্দুকৰ শব্দে বসুমতী মেলে ফাট ॥
উভয় দলৰ সৈন্য মৰিল যতেক ।
সংক্ষেপ পদত তাক কহিবো কতেক ॥ ৪৯৭

দিনে ৰাত্রি দশম দিবস ভৈলা ৰণ ।
পাৎছাৰ ৰণত ভঙ্গ নৰনাৰায়ণ ॥
অস্ত্রহীন ভৈলা যদি বীৰ চিলাৰাই ।
এক দৌল খাগৰিক দেখিলা সি ঠাই ॥ ৪৯৮

ঝাম্প দিয়া খাগৰিৰ সমীপক গৈলা ।
কাণ্ডৰ সদৃশ কৰি হানিবাক লৈলা ॥

হিয়াত পৰিয়া পিঠি ভাগে বাজ হয় ।
কতো দুই কতো তিনি বীৰক মাৰয় ॥ ৪৯৯

হস্তীয়ো মৰিল সেহি খাগৰিৰ হানে ।
ঘোড়াগণ মৰিয়া থাকিল থানে থানে ॥
দিনমানে যুদ্ধ কৰিলন্ত চিলাৰাই ।
যতেক মৰিল সৈন্য লেখা জোখা নাই ॥ ৫০০

একেশ্বৰে নিৰাহাৰে যুদ্ধ কৰিলন্ত ।
হানন্তে হানন্তে খাগৰিও ভৈলা অন্ত ॥
পলাইবাক পাৰি তথাপিতো নপলাইলা ।
নপলাই আপোনাৰ বিক্রম দেখাইলা ॥ ৫০১

একদিন মন্দ আৰো গোসানীৰ খঙ্গ ।
এতেকে সে নৃপতিৰ ৰণে ভৈলা ভঙ্গ ॥
অৱশেষ সৈন্য যত সবে পলাই গৈলা ।
খাণ্ডা ছিঙ্গি যুবৰাজ অস্ত্রহীন ভৈলা ॥ ৫০২

এতেকে পাৎছাৰ হাতে ভৈলেক বন্ধন ।
আপুন গৃহত নৈল নৰনাৰায়ণ ॥
ধৰি নিয়া চিলাৰায়ক বন্দী কৰিলন্ত ।
লোহা লগাইবাক তাঙ্ক আদেশ দিলন্ত ॥ ৫০৩

পাৎছাৰ আদেশে কটোৱালে লোহা নিলে ।
কমাৰক নিয়া লোহা লগাইবাক দিলে ॥
ক্রোধে বোলে যুবৰাজে হয়া ভয়াহীন ।
বোলে ওৰে পাৎছা তোৰ ৰবতো কমিন ॥ ৫০৪

পৰম দৰিদ্ৰ ভণ্ডাৰত স্বৰ্ণ নাই।
মোক থৈবে দিয়ে নীচ লোহাক লগাই ॥
নাহিকয় মন্ত্ৰী সবে পৰম নিস্খল।
যদি মন্ত্ৰী আছে দেউক স্বৰ্ণৰ নিহল ॥ ৫০৫

সেহি কথা দূতে পাৎছা আনে কৈলা যাই।
শুনি পাৎছা সুবৰ্ণৰ পইঘড়া গঢ়াই ॥
সাধু বুলি নৃপতিক প্ৰশংসা কৰিলা।
স্বৰ্ণৰ পইঘড়া নিয়া ছুই পায়ে দিলা ॥ ৫০৬

নব কাৰাগাৰ বান্ধি থৈলা বন্দী কৰি।
কষ্ট মনে ৰৈলা তেতে গোঁসানীক স্মৰি ॥
তৃষায়ে পীড়িত হুয়া জল খুজিলন্ত।
ভয়ত থাকিয়া কেহো জল নেদিলন্ত ॥ ৫০৭

প্ৰতাপ ভুঁয়াৰ পুৰোহিত বিপ্ৰ এক।
তাম্ৰৰ ঘটত জল দিলন্ত প্ৰত্যেক ॥
সেহি জলপানে ৰাজা সন্তোষিত ভৈলা।
বিপ্ৰক সম্বুদ্ধি বাক্য বুলি বাক লৈলা ॥ ৫০৮

মঞি যদি ৰাজ্য পাওঁ দেশ আপোনাৰ।
তেবে সত্যে সত্যে ভাল সাধিবো তোমাৰ ॥
এহি বুলি নিৰাহাৰে ব্ৰত ধৰিলন্ত।
কায়বাক্যমনে গোঁসানীক চিন্তিলন্ত ॥ ৫০৯

চিলাৰাইৰ দেৱী স্তুতি

বোলে মাতৃ ভগৱতী জগত জননী।
পতিতপাৱনী ভৱভয়বিনাশিনী ॥

মহিষমৰ্দিনী নমো শুম্ভবিনাশিনী ।
নমো দেৱমাতা নমো দুৰ্গতিতাৰিণী ॥ ৫১০

নীলকূটনিবাসিনী নমো কামেশ্বৰী ।
দেৱতাক ৰাখি আছা অসুৰ সংহৰি ॥
তযু মঠ নাবান্ধিলো অবজ্ঞা কৰিলোঁ ।
এতেকে শক্ৰুৰ হাতে বন্দীত পৰিলোঁ ॥ ৫১১

ক্ষমা কৰা মহামায়া অপৰাধ মোৰ ।
দান্তে তৃণ ধৰি স্তুতি বোলে কৰজোৰ ॥
পূৰ্বে ৰাজ্যভাৰ মোক দিলাহা আপুনি ।
এবে মোক বন্দীত পেলাইলা কোন গুণি ॥ ৫১২

কৰিয়ো কৰুণা মোক খণ্ডায়ো দুৰ্গতি ।
চিলাৰাইৰদ্বাৰা স্বপ্ন দৃষ্ট
ক্ষমা অপৰাধ লৈলো শৰণ সম্প্ৰতি ॥
এতেক বোলন্তে দুৰ্গা ভৈলন্ত প্ৰসন্ন ।
স্বপ্নত আসিয়া তবে দিলা দৰিশন ॥ ৫১৩

উঠ চিলাৰাই তঞি নকৰিবি ভয় ।
উপায় কৰিয়া মুক্ত কৰিবো নিচয় ॥
নীলপৰ্বতৰ মঠ বঙ্গালে ভাঙ্গিলা ।
নৰনাৰায়ণে মঠ বান্ধিবো বুলিলা ॥ ৫১৪

ৰণক আসিলি মঠ নাবান্ধিয়া মোৰ ।
এতেকে যে অত দুখ্খ হুয়া আছে তোৰ ॥
চিলাৰাই বোলে আই কৰা পৰিত্ৰাণ ।
সত্যে সত্যে তযু মঠ কৰিবো নিৰ্মাণ ॥ ৫১৫

দেৱী বোলে মোৰ বাক্য শুনা দৃঢ় কৰি।
বঙ্গালে যি নাও টানে দিয়া কুশ জৰি॥
তাৰে ছিঙ্গা ৰজু এক খুতেৰি আনিবি।
মঞি কহোঁ মূল মন্ত্র তাহাতে জপিবি॥ ৫১৬

সেহি জৰি পাৎছাৰ পঠাধি ভিতৰক।
সৰ্পৰূপ ধৰি মঞি দংশিবো মাকক॥
নাপাৰিব গুছাইবাক বৈদ্য কোনো জনে।
সান্দহুৱা মন্ত্র কহোঁ শুনা সাৱধানে॥ ৫১৭

বস্ত্রত বান্ধিয়া গাণ্ঠি দিবিহি পঠাই।
তাহাক মেলিয়া যেন পাৎছা মাকে চাই॥
এহি বুলি দুইগুটি মন্ত্র শিখাইলন্ত।
আপোন স্থানক দেৱী চলিয়া গৈলন্ত॥ ৫১৮

যেহি ৰূপে মন্ত্র শিখাইলন্ত দেৱী আই।
পাৎছাৰ মাতৃক সৰ্পই দংশন কৰে
সেহিৰূপে কুশ জাৰি দিলন্ত পঠাই॥
ৰজু গুচি সৰ্প হুয়া গৈলা অভ্যন্তৰ।
পাৎছাৰ মাকক গৈয়া দংশিলা সত্তৰ॥ ৫১৯

পাৎছাৰ ভিতৰে বৰ ৰৌঢ় উঠিলন্ত।
অনেক দেশৰ বৈদ্যগণ অনাইলন্ত॥
বৈদ্যগণে তন্ত্রমন্ত্র অনেক কৰিলা।
তথাপিতো বিষ নমাইবাক নপৰিলা ৫২০

আৰ্ত্ত হুয়া পাৎছা তেবে কান্দিতে লাগিল।
অনেক দেশৰ বৈদ্য আনিবাক দিল॥

পাৎছাৰ আদেশে বৈদ্য অনিবাক যাই ।
আহুদিত কথা শুধিলন্ত চিলাৰাই ॥ ৫২১

বোলে পাৎছাৰ অভ্যন্তৰে কেনে ৰৌঢ় কৰে ।
ক্রন্দন কৰয় শুনু যত নাৰী নৰে ॥
আহুদি বোলয় শুনিয়োক মহাৰাজ ।
পাৎছা অভ্যন্তৰে ঘোৰ মিলিল অকাৰ্য্য ॥ ৫২২

সৰ্পে দংশিলেক আজি জননী পাৎছাৰ ।
শীঘ্রে চলি যাওঁ আমি বৈদ্য আনিবাৰ ॥
ৰাজা বোলে আহুদি শুনিয়ো মোৰ বাণী ।
কিংবা তোমাঠৈৰ বৈদ্যগণ ভৈলা হানি ॥ ৫২৩

আহুদি বোলয় শুনিয়োক মহাৰাই ।
যদি জানা দিয়া তুমি ইহাৰ উপাই ॥
ৰাজা বোলে পাৎছাত জনাও শীঘ্র কৰি ।
ঔষধ কৰিবো স্মুমৰিয়া ধনন্তৰি ॥ ৫২৪

তেতিক্ষণে আহুদিয়ে পাৎছাত জনাইলা ।
নিহাল চোৰায়া পাৎছা আগক নিয়াইলা ॥
পাৎছা বোলে শুনা মহাৰাজ চিলাৰাই ।
আমাৰ মাতৃক তুমি দিওৰে জীয়াই ॥ ৫২৫

পাচে চিলাৰাই কামাখ্যাক স্মৰিলন্ত ।
সন্দেশ পঢ়িয়া বস্ত্রে গাণ্ঠিক দিলন্ত ॥
বোলে এহি গাণ্ঠিক মেলিব ধৰি চাই ।
গাণ্ঠি মেলি বুলিব ইহাত কিছু নাই ॥ ৫২৬

চিলাৰাইৰদ্বাৰা পাৎছাৰ মাতৃক জীৱ দান

সেহি গান্তি অভ্যন্তৰে পঠাই দিলন্ত ।
মেলি চাহি পাৎছা মাকে নাহি বুলিলন্ত ॥
তেতিক্ষণে সর্প বিষ সকলে গুচিল ।
পূর্ব্বৱতে পাৎছা মাক উঠিয়া বসিল ॥ ৫২৭

বোলে মোক কোনে কৰিলেক পৰিত্ৰাণ ।
আসিয়া মোহোক কোনে দিলে জীৱদান ॥
পাৎছা বোলে বন্দীত আছিল চিলাৰাই ।
তেঁহে মন্ত্ৰ কৰি তোমাক দিলন্ত জীয়াই ॥ ৫২৮

শুনিয়া মনত বৰ আনন্দ মিলিলা ।
দূত পাঠি চিলাৰাইক সেহি থানে নিলা ॥
পাৎছায়ে সহিতে দুইকো কৰাইলা সাক্ষাত ।
দুইহান্তক দুই কালে বৈসাইলা কোলাত ॥ ৫২৯

পাৎছাৰ মাতৃৰ-দ্বাৰা চিলাৰাইক পুত্ৰৰূপে গ্ৰহণ

বোলে আজি ধৰি দুইৰো কথা হৌক এটা ।
সত্যে সত্যে দুয়ো জন ভৈলি মোৰ বেটা ॥
আজি ধৰি দ্বন্দ্ব নকৰিবি দুয়ো ভাই ।
বাপেৰ শপত আৰো আল্লাৰ দোহাই ॥ ৫৩০

পাৎছাৰ মাতৃৰ-দ্বাৰা কোচ আৰু গৌড় ৰাজ্যৰ সীমা নিৰ্ধাৰণ

গঙ্গা সীমা কৰি ৰাজ্য এক দুপৰৰ ।
আজি ধৰি ভৈলা চিলাৰাই তনয়ৰ ॥
আৰু কিবা লাগে বুলি দুনাই সুধিলন্ত ।
সোণৰ ৰূপৰ যত ভণ্ডাৰ দিলন্ত ॥ ৫৩১

যেহি লাগে তাকে নিয়া এৰি দিলো মঞি ।
লাগে মানে নিয়া তুমি নকৰি সংশয় ॥

পাচে চিলাৰাই ভণ্ডাৰক বিচাৰিলা।
হীৰা মণি মৰকত অনেক দেখিলা ॥ ৫৩২

বৈদুৰ্য্য বৈক্ৰান্ত ইন্দ্ৰনীল ৰত্ন যত।
কাকো নাদৰিলা ৰাজা গুণিয়া মনত ॥
অনেক ভণ্ডাৰ চাই আসিলন্ত ফুৰি।
হাতত আনিলা পাই এখন খঞ্জৰি ॥ ৫৩৩

পাৎছাত কহিলা ভণ্ডাৰত কিছো নাই।
এহি বুলি নিজ দেশে আইল চিলাৰাই ॥
চিলাৰাইৰ প্ৰত্যাগমন
পাৎছা বোলে বিপক্ষে নিন্দিলা মোক জুৰি।
এহি বুলি বৈলা পাৎছা আঙ্গুলী কামুৰি ॥ ৫৩৪

যুবৰাজে পাইলা যেবে আপুন ভবন।
পৰম আনন্দ ভৈলা নৰনাৰায়ণ ॥
সুধিলন্ত কমনে আসিলা চিলাৰাই।
বোলে মোক কৃপা কৰিলন্ত কামাখ্যা আই ॥ ৫৩৫

শুনিয়া সবাৰ মনে আনন্দিত ভৈলা।
মেঘামুকদুমক আনি দুয়ো আজ্ঞা কৈলা ॥
কামাখ্যা দেৱীৰ মঠ পুনৰ্নিৰ্মাণ
বোলে লৈও এতিক্ষণে সৈন্যক জণ্টাই।
নীলাচলে দেৱী মঠ সজায়োক যাই ॥ ৫৩৬

ৰজা আদেশ যেতিক্ষণে শুনিলন্ত।
মেঘামুকদুমক তবে মতাই নিলন্ত ॥
শিলাকুটি সুতাৰ বাঢ়ই শিল্পকাৰ।
চুনেৰী সোনাৰী আৰু কমাৰ কুমাৰ ॥ ৫৩৭

অসংখ্য পদাতিগণ কৰি এক ঠাই ।
বোলে নীলাচলে মঠ সজায়োক যাই ॥
ৰাজাৰ আদেশ শুনি মেঘামুকদ্দম ।
অসংখ্য পদাতি সৈন্য কৰিয়া নিয়ম ॥ ৫৩৮

ৰাজাক প্ৰণামি নীলাচলক গৈলন্ত ।
প্ৰথমতে গোঁসানীক পূজা কৰাইলন্ত ॥
প্ৰথমে শিলাৰ মঠ নিৰ্মাণ কৰিলা ।
এক ৰাত্ৰি থাকি সিতো খসিয়া পৰিলা ॥ ৫৩৯

পুনৰপি সেহি মঠ নিৰ্মাণ কৰন্ত ।
ৰজনী অন্তৰে পুনু খসিয়া পৰন্ত ॥
দেখিয়া সবাৰ মনে ভৈলন্ত বিস্ময় ।
কোন দোষ গুণে হেন ভৈল বিপৰ্য্যয় ॥ ৫৪০

এহি বুলি মুকদ্দমে বান্ধিবে এৰিলা ।
ব্ৰাহ্মণ আনিয়া পূজা কৰাইবে লাগিলা ॥
সপ্ত দিন হবিষ্য কৰিয়া ধৰি ব্ৰত ।
এতেকে পাৰ্বতী দেখা দিলন্ত স্বপ্নত ॥ ৫৪১

দেৱী বোলে পূৰ্বে মঠ যবনে ভাঙ্গিলা ।
আৰু কলিযুগ আসি আপুনি মিলিলা ॥
এতেকে শিলাৰ মঠ নুহিকন্ত ভাল ।
কুমাৰে পাগোক ইটা বান্ধি অগ্নিশাল ॥ ৫৪২

সেহি ইটা আনি তঞি ঘৃতত ভাজিবি ।
কৰাল পাগিয়া মঠ নিৰ্মাণ কৰিবি ॥

ইটাৰদ্বাৰা কামাখ্যাৰ মন্দিৰ নির্মাণ

এহি বুলি মহেশ্বৰী ভৈলা অন্তৰ্ধ্যান।
চেতন লভিয়া মেঘা ভৈলা দিব্য জ্ঞান ॥ ৫৪৩

কুমাৰ আনিয়া ইটা সজাইবাক দিলা।
পাগিয়া ইটাক আনি ঘৃতত ভাজিলা ॥
কৰাল পাগিয়া পুনু ভৈলা সাৱধান।
মৃন্ময় মঠ তবে কৰিলা নির্মাণ ॥ ৫৪৪

ছয় মাস মানে মঠ যেবে বান্ধা ভৈলা।
তেবে নৃপতিৰ ঠাই দূতক পঠাইলা ॥
দূতে গৈয়া কহিলন্ত নৃপতিৰ আগে।
মঠ বান্ধা ভৈল আজ্ঞা কৰা যেন লাগে ॥ ৫৪৫

নৰনাৰায়ণ আৰু চিলাৰাইৰদ্বাৰা কামাখ্যাদেৱীৰ মঠ প্রতিষ্ঠা আৰু পূজা

তেবে নৃপতিৰ মন আনন্দিত হৈলা।
উচৰ্গা কৰিবে দুয়ো ভাই চলি গৈলা ॥
বিধিৱতে মঠক প্রতিষ্ঠা কৰাইলন্ত।
যতেক দক্ষিণা দিলা নাহি আদি অন্ত ॥ ৫৪৬

মহিষ ছাগল হংস মৎস্য পাৰাৱত।
হৰিণ কচ্ছপ বলি উপহাৰ যত ॥
পূজা কৰাইলন্ত চতুঃষষ্টি উপচাৰে।
সপ্ত দিন আছে দুই ভাই নিৰাহাৰে ॥ ৫৪৭

তিনি লক্ষ হোম দিলা এক লক্ষ বলি।
সাত কুড়ি পাইক দিলা কৰি তাম্রফলি ॥
সুৱৰ্ণ ৰজত তাম্র কাংস্য পাত্রচয়।
অখণ্ড প্রদীপ উচৰ্গিলা মনোময় ॥ ৫৪৮

দিনে দিনে পাঠ হোম পূজা কৰিবন্ত ।
প্ৰতিদিনে পঞ্চ পুৰা চাউল লগাইবন্ত ॥
বিল ভূমি গ্ৰাম শস্য সমে উচৰ্গিলা ।
তাল যন্ত্ৰ শঙ্খ ঘণ্টা বাদ্য সব দিলা ॥ ৫৪৯

দণ্ড ছত্ৰ সিংহাসন শ্বেত যে চামৰ ।
উচৰ্গা কৰিলা নাৰায়ণ নৃপবৰ ॥
ব্ৰাহ্মণ দৈৱজ্ঞ নট ভাট তাঁতী মালী ।
কমাৰ কঁহাৰ বাঢ়ই ধোবা সালেই তেলী ॥ ৫৫০

সোণাৰী কুমাৰ হিৰা কৈবৰ্ত চমাৰ ।
মুচিয়াৰ হাৰী আদি দিলা নিৰন্তৰ ॥
সাঙ্গোপাঙ্গে ধন দিলা পচিশ হাজাৰ ।
আপোনাৰ প্ৰতিমাক সজাইলা শিলাৰ ॥ ৫৫১

বোলে গোঁসানীৰ পূজা প্ৰথমে কৰিব ।
গোঁসানীৰ প্ৰসাদ আমাক আগে দিব ॥
এহিমতে নাৰায়ণে কৰি নিবন্ধন ।
দণ্ডৱতে প্ৰণমিলা দুৰ্গাৰ চৰণ ॥ ৫৫২

প্ৰদক্ষিণ কৰিলন্ত এক শত বাৰ ।
সহস্ৰেক নাম জপি থাকিল দুৰ্গাৰ ॥
সেহি নিশা সাক্ষাত ভৈলেক ভগৱতী ।
দুই ভাতৃ কৰজোৰে কৰিলন্ত স্তুতি ॥ ৫৫৩

গোঁসানী বুলিলা পুতা নকৰিবি ভয় ।
চাৰিও দিশত দুইৰো হৈবেক বিজয় ॥

এহি বুলি অন্তৰ্ধ্যান ভৈলা দেৱী আই।
প্ৰভাতে উঠিয়া স্নান কৈলা ছুয়ো ভাই ॥ ৫৫৪

নিত্য নৈমিত্তিক কৰ্ম কৰি অৱসান।
ভোজন কৰায়া ব্ৰাহ্মণক দিলা দান ॥
মেঘামুকত্বমক বটা বাহন দিলন্ত।
তেবে ছুই ভাই নিজ দেশক গৈলন্ত ॥ ৫৫৫

## ৺কামাখ্যা নাটমন্দিৰৰ ফলি

"লোকানুগ্ৰহকাৰকঃ কৰুণয়া প্ৰাৰ্থোধনুৰ্বিদ্যয়া
দানেনাপি দধীচিকৰ্ণ সদৃশো মৰ্য্যাদয়াম্ভোনিধি।
নানাশাস্ত্ৰবিচাৰচাৰুচৰিতঃ কন্দৰ্পৰূপোজ্জ্বলঃ
কামাখ্যাচৰণাৰ্চকোবিজয়তে শ্ৰীমল্লদেৱনৃপঃ ॥
প্ৰাসাদমদ্ৰিদুহিতুশ্চৰণাৰবিন্দ ভক্ত্যা কৰোতু
দনুজো বৰনীলশৈল্যে।
শ্ৰীশুক্লদেৱইমমুল্লসিতোপলেন শাকে তুৰঙ্গগজ-
বেদশশাঙ্কসংখ্যে ॥
তস্যৈব প্ৰিয়সোদৰঃ পৃথুযশাবীৰেন্দ্ৰমৌলিস্থলী,
মাণিক্যং ভজমান কল্পবিটপী নীলাচলে মঞ্জুলং।
প্ৰাসাদং মুনিনাগবেদশশভৃৎশাকে শিলাৰাজিভিঃ
দেৱীভক্তিমতাম্বৰো ৰচিতবানশ্ৰীশুক্লপূৰ্বধ্বজঃ ॥"

### পদ

শুনিয়োক সভাসদ ৰাজাৰ চৰিত্ৰ।
নৰনাৰায়ণ ৰাজা পৰম পবিত্ৰ ॥
ধৰ্মতেসে মতি অধৰ্মত মতি নাই।
নাৰায়ণ অংশে জন্মিছন্ত ছুই ভাই ॥ ৫৫৬

অসমীয়া ভাষাত শাস্ত্ৰাদি ৰচনা কৰিবলৈ ৰাজাজ্ঞা

কলিযুগে মনুষ্য সবাৰে চিন্তি হিত।
শাস্ত্ৰ সমস্তৰ গ্ৰন্থ কৰাইলা বিদিত ॥
ব্যাকৰ্ণৰ গ্ৰন্থ ৰত্নমালা কৰাইলন্ত।
যতেক কৰাইলা পদ নাহি আদি অন্ত ॥ ৫৫৭

নৰনাৰায়ণৰ প্ৰজাহিতকৰ কাম

বিপ্ৰ শূদ্ৰ চাণ্ডালেও পঢ়ে যত্ন কৰি।
নহৈবেক ৰাজা নৰনাৰায়ণ সৰি ॥
আলি মঠ পুখুৰি কৰাইলা ঠাই ঠাই।
যত বৃক্ষ ৰোৱাইলন্ত আদি অন্ত নাই ॥ ৫৫৮

অন্নশালা পানীশালা কৰাই দেশে দেশে।
ভোজন কৰন্ত তাতে অতিথি বিশেষে ॥
হেন ৰাজা চৰিত্ৰ শুনিতে অনুপাম।
পাতেক চাৰোক ডাকি বোলা ৰাম ৰাম ॥ ৫৫৯

## ইন্দ্ৰবজ্ৰা ছন্দ

শুনিয়োক অনন্তৰে কথা।
নৰনাৰায়ণে কৰিলা যথা ॥
আপোনাৰ গৃহ ছুয়ো পাইল।
শিৱ পাৰ্বতীক চিন্তিয়া ৰৈল ॥ ৫৬০

কৰিলন্ত যজ্ঞ বলি বিধান।
বিপ্ৰ দৈৱজ্ঞক কৰিলা দান ॥
নাহিকে ছুৰ্ভিক্ষ মৰক মাৰি।
শস্য মৎস্য ঘাই নিতান্তে বাঢ়ি ॥ ৫৬১

প্ৰজাৰ পিৰীতি বাঢ়য় নৱ।
দিনে দিনে বৃদ্ধি ৰঙ্গ উৎসৱ॥
বিপ্ৰসবে কৰে বেদক ধ্বনি।
দৈৱজ্ঞে থাকয় গ্ৰহক গণি। ৫৬২

বৈষ্ণৱে থাকয় নামক ধৰি।
নটে ভাটে থাকে কীৰ্ত্তন কৰি॥
যবনে ফাৰ্চ্ছি কৰে কোৰাণ।
স্বধৰ্মত পৰে নিচিন্তে আন॥ ৫৬৩

বাণিজ্যাক গণে বাণিজ্য কৰে।
কৃষকৰ নিতে আনন্দ চৰে॥
ৰাজা নিতে কৰে মহোৎসৱ।
এহি মতে বাঢ়ে আনন্দ নৱ॥ ৫৬৪

নৰনাৰায়ণৰ প্ৰতি সম্ৰাট আকবৰৰ চিঠি

এহি ৰূপে আছে বৰিষেক।
গৌড়ৰ পাৎছাৰ মাক মৰিলেক॥
তাৰ দুই বৰ্ষ অনন্তৰে।
শুনিলন্ত পাৎছা একাব্বৰে[১]॥ ৫৬৫

সন্ন্যাসীক পঠাই কাকত লেখি।
নাৰায়ণ সমে কৰিলা সখী॥
শুনিয়ো সখি মোৰ সন্মত।
গৌড় পাৎছা গোট আছে মধ্যত॥ ৫৬৬

আসন্তোক সখী পূৰ্ব্বপৰা।
যেনে যাই গৌড় পাৎছা মাৰা॥

(১) একাব্বৰ—আকবৰ

সসৈন্য জল্টাই মঞো যাইবো ।
পচিমৰপৰা খেদি পাইবো ॥ ৫৬৭

দুয়ো দলে তেবে দিবোহো ধাৰী ।
গৌড়ৰ পাৎছাক পেলাইবো মাৰি ॥
তেবে দুইকো দুয়ো পাইবো লাগ ।
লৈবো ৰাজ্য কৰি সমভাগ ॥ ৫৬৮

সেহি পত্ৰ চাই চিলাৰাই ।
নৃপতিৰ আগে দেখাইলা যাই ॥
শুনিয়া নৃপতি পত্ৰৰ জ্ঞান ।
সন্ন্যাসীক কৰি বহু সন্মান ॥ ৫৬৯

আকবৰ আৰু নৰনাৰায়ণ উভয়ৰে সমবেত শক্তিৰে গৌড়ৰাজ্য জয় কৰাৰ প্ৰস্তুতি

হৈব ৰণ বুলি আদেশিলা ।
পাৎছাক লাগিয়া কাকত দিলা ॥
বোলে আসন্তোক সখী আমাৰ ।
গৌড়ৰ পাৎছাক দিবোহো ধাৰ ॥ ৫৭০

গৌড়ক মাৰিতে মোহোৰো মতি ।
সখীয়ো কহিলা তাক সম্প্ৰতি ॥
এহি কথা পত্ৰে লিখন কৰি ।
শিকাইলা দূতক শাস্ত্ৰানুসৰি ॥ ৫৭১

সন্ন্যাসীৰ লগে পঠাইলা দূত ।
পাৎছা আগে লিখা দিলা প্ৰস্তুত ॥
দেখিয়া পাৎছাৰ আনন্দ ভৈলা ।
যুদ্ধক লাগিয়া আৰম্ভ কৈলা ॥ ৫৭২

বুলিলা দূতক পাৎছায়ে চাই ।
সখীৰ আগত কহিবি যাই ॥
ৰণৰ সম্ভাৰ মিলাইলো আজি ।
দেখ ৰথ যত গজ বাজী ॥ ৫৭৩

ৰাজা মানসিংহ পঠাইবো মন্ত্ৰি ।
সখীৰ আগত জনাইবি তন্ত্ৰি ॥
এহি বুলি দূতক সন্তোষি মন ।
পঠাইলন্ত দিয়া বটাবাহন ॥ ৫৭৪

পাৎছায়ে দূতত কহিলা যত ।
নিশেষে জনাইলা ভূপ আগত ॥
শুনিয়া ৰাজাৰ আনন্দ ভৈলা ।
ভাতৃক সম্বুদ্ধি বুলিবে লৈলা ॥ ৫৭৫

শুন ভাতৃ মোৰ চিলাৰাই ।
যুদ্ধৰ সম্ভাৰ মিলায়ো যাই ॥
গোঁসানীৰ পূজা কৰায়ো আগে ।
তেবেসে যুদ্ধক যাইবাক লাগে ॥ ৫৭৬

ৰাজাৰ আদেশে যুবৰাজ ।
মন্ত্ৰীক আনিয়া পাতি সমাজ ॥
সমস্ততে কৈলা আজ্ঞা শুনাই ।
শীঘ্ৰে সাজ কৰা যুদ্ধক যাই ॥ ৫৭৭

শুনিয়া আদেশ মন্ত্ৰীগণে ।
দূতগণ পাঞ্চি দিলা তেখনে ॥

প্রথমে পূজাৰ সম্ভাৰ আনি ।
তিনি দিন পূজি ঠাকুৰাণী ॥ ৫৭৮

দিলন্ত অনেক বলি বিধান ।
হোম যজ্ঞ কৰি অৱসান ॥
যেবে মহামায়া তুষ্ট ভৈলা ।
তেবেসে ৰণক চলিয়া গৈলা ॥ ৫৭৯

হয় হস্তী প্রজা অসংখ্য যাই ।
অনেক মঙ্গল বাদ্য বজাই ॥
পাইলন্ত গৌড়ৰ সমীপ যেবে ।
নাৰঙ্গচা পাৎছাই যুঝিলা তেবে ॥ ৫৮০

দিল্লীৰ পাৎছা সেহি সময় ।
চতুৰঙ্গ দলে যুঝিবে যাই ॥
মানসিংহ নামে ৰাজাক দিলা ।
সৈন্য লৈয়া তেহে যুদ্ধে চলিলা ॥ ৫৮১

গৌড়ৰ পাৎছাক দিলন্ত ধাৰী ।
গৌড় পাৎছাৰ পৰাজয় আৰু পলায়ন
অনেক লোকক পেলাইলা মাৰি ॥
লাগিল মহিম দুয়ো দলৰ ।
হৰাইলা চুকতি গৌড় পাৎছাৰ ॥ ৫৮২

পলাই গৈলন্ত ফিৰিঙ্গ দেশে ।
ভঙ্গ ভৈলা গৌড় প্রজা নিশেষে ॥
নৰনাৰায়ণ চিলাৰাই ।
মানসিংহ সমে এক ঠাই ॥ ৫৮৩

হুয়ো দলে ভৈল মিত্ৰবৃতি।
কোচ আৰু মোগল সাম্ৰাজ্যৰ সীমা নিৰ্ধাৰণ
বিভাগিয়া ৰাজ্য লৈল সম্প্ৰতি ॥
মধ্যত গঙ্গাক সীমা কৈল।
মানসিংহ ৰাজা দিল্লীক গৈল ॥ ৫৮৪

বেহাৰৰ পৰা দূত গৈলন্ত।
যুৱৰাজৰ পুত্ৰ জন্ম
ৰাজাৰ আগত বাৰ্তা কৈলন্ত ॥
জন্মিলন্ত পুত্ৰ যুৱৰাজৰ।
শুনিয়া আনন্দ ভৈলা অপাৰ ॥ ৫৮৫

চিনাকোনীয়া ব্ৰাহ্মণক নিলা।
পুত্ৰ-জন্মৰ বাবে যুৱৰাজৰ দান দক্ষিণা
কনক অঞ্জলী দান দিলা ॥
আৰো চিনাকোনা নামে গ্ৰাম।
দিলা ব্ৰহ্মোত্তৰ কৰি নাম ॥ ৫৮৬

অনেকক দান দিলন্ত যত।
তান সংখ্যা আমি কহিবো কত ॥
শুনিয়ো সমস্তে সভাসদ।
বৈষ্ণৱ ৰাজাৰ ইতো পদ ॥ ৫৮৭

বৈষ্ণৱ বিষ্ণুৰ একে নাম।
জানি সবে বোলা ৰাম ৰাম ॥

## লেচাৰী

অনন্তৰে যুৱৰাজ বৰ, গঙ্গাৰ তীৰতে উঠি জ্বৰ,
ওলাইলন্ত গুটি সবে শৰীৰক ছানি।
চিলাৰাইৰ বসন্ত
এৰিলন্ত অন্ন জলাহাৰ, ৰাজায়ে বিসম পাইল গাৰ,
মনত চিন্তিলা গঙ্গাদেৱী ঠাকুৰাণী ॥

মনে বোলে আয়ু ক্ষীণ ভৈলা, জানিলো ঈশ্বৰে আজ্ঞা কৈলা,
মোৰ এহি বেলি নাহি জানো প্ৰতিকাৰ।
নাহি কয় একো সুখ শান্তি থিৰ কৰিলন্ত গুণি গাঠি
মনে মাধৱৰ চৰণে কৰিলা সাৰ ॥ ৫৮৮

শুনিয়োক দদা নাৰায়ণ, মোহোৰ অৱশ্যে হৈবে মৰণ,
সম্পিলো তোমাত উপজিছে পুত্ৰখানি।
হৰি হৰি কিনো ভৈল অসুখ, নেদেখিলোঁ নিজ পুত্ৰমুখ,
পালিবা পুত্ৰক আপুনাৰ যেন জানি ॥
গো ব্ৰাহ্মণৰ কৰিবা পতি, যেনে তুষ্টে থাকে ভগৱতী
তাকেসে কৰিবা নকৰিবা আন মন।
মোক লাগি শোক এৰিয়োক, চলোঁ আজি মঞি পৰলোক,
কৰিলা আদেশ মোক দেৱনাৰায়ণ ॥ ৫৮৯

এহি বুলি গঙ্গা জলে নামি চিন্তিলন্ত সনাতন স্বামী,
নাৰায়ণ বুলি ত্যজিলন্ত পঞ্চপ্ৰাণ।
চিলাৰায়ৰ মৃত্যু
শুক্ল হংসৰূপে জীৱ গৈলা, অক্ষয় স্বৰ্গক গৈয়া পাইলা,
নাৰায়ণ দেৱে দিলা আপোনাৰ থান ॥
ভাতৃৰ সুকৃতি দেখিয়া ৰাজা, আনন্দিত ভৈলা অনেক প্ৰজা,
সবে জয় জয় কৰিলন্ত জয়ধ্বনি।
অনেক মঙ্গল বাদ্য বজাই, অগৰু চন্দনে দাহ কৰাই,
আকাশ লঙ্ঘিয়া উঠিয়া গৈলা অগনি ॥ ৫৯০

নৰনাৰায়ণৰ দান-দক্ষিণা
কৰাইলন্ত দশ পিণ্ডদান, দূত পাঞ্চি দিলা থানেথান,
দ্ৰব্যক অনাই বৃষোৎসৰ্গ কৰাইলন্ত।
অলেখ কৰিয়া দান দিলা, বিপ্ৰ বৈষ্ণৱক সন্তোষিলা,
দক্ষিণাৰ লেখা জোখা নাহি আদি অন্ত ॥

বিপ্রক ভুঞ্জাইলা দুগ্ধ ফল, জ্ঞাতিক দিলন্ত অন্ন জল,
অদৰিদ্ৰ ভৈলা দুখী ভিক্ষু দেশান্তৰী।
কাৰ্য্যৰ কৰিয়া সমাপতি, গৃহক আসিলা নৰপতি,
তিনি দিন কান্দি আছিলন্ত শোক কৰি॥ ৫৯১

হা হা প্ৰাণভাই চিলাৰাই মোক এৰি গৈলা কোন ঠাই,
তুমি অবিহনে দিনতে দেখো আন্ধাৰ।
কোনে আগে যাইব ৰণে বনে, আনন্দ কৰিব কাৰ সনে,
প্ৰাণভাই বুলি মাতোঁ কাক বাৰম্বাৰ॥
শুনিয়োক যত সভাসদ, বৈষ্ণৱ ৰাজাৰ ইতো পদ,
বিষ্ণু বৈষ্ণৱৰ নাহি কয় ভিন্ন ভাৱ।
জানি সবে আন পৰিহৰা, কৃষ্ণৰ চৰণ মনে ধৰা,
ডাকিয়া সমস্তে ঘুষিয়োক হৰি হৰি॥ ৫৯২

## পদ

চিলাৰায়ৰ বৃষোৎসৰ্গ দক্ষিণা দিলন্ত।
পশ্চিম দেশৰপৰা নাৰায়ণ চক্ৰৱৰ্তীৰ আগমন
সেহি শুক্ল যশ দশো দিশক গৈলন্ত॥
সেহি শুক্ল যশ শুনি পচিমৰ পৰা।
আসিল ব্ৰাহ্মণ এক তৰ্কঅলঙ্কাৰ॥ ৫৯৩

নাৰায়ণ চক্ৰৱৰ্তী জানা তান নাম।
পৰম পণ্ডিত সৰ্বগুণে অনুপাম॥
ৰাজাৰ দ্বাৰত বৈয়া শ্লোক পঢ়িলন্ত।
নৃপতিক আনন্দতে আশীষা দিলন্ত॥ ৫৯৪

দ্বাৰীক বোলন্ত শুনিয়োক দ্বাৰপাল।
নৃপতিৰ আগে বাৰ্ত্তা জনাও সকাল॥
আথে বেথে দ্বাৰী গৈয়া জনাইলা ৰাজাত।
আসিছে নাৰাণ তেল দ্বাৰক সাক্ষাত॥ ৫৯৫

ৰাজা বোলে দ্বাৰী তঞি যাওক এখনে।
মুখ বান্ধি ভণ্ডাৰত থৈয়োক যতনে॥
হেন শুনি দ্বাৰী তথা নাথাকিলা ৰই।
ব্ৰাহ্মণৰ মুখে বান্ধ দিলা শীঘ্ৰ গই॥ ৫৯৬

ভণ্ডাৰত বন্দী কৰি থৈলা ব্ৰাহ্মণক।
পুনৰ্বাৰ দ্বাৰীও গৈলন্ত দ্বাৰক॥
সেহি ৰাত্ৰি ব্ৰাহ্মণ থাকিল ভণ্ডাৰত।
দেড় পৰ বেলা ভৈলা আনকা দিনত॥ ৫৯৭

সেৱা পূজা কৰিলন্ত ৰাজা কৰি স্নান।
সেহি সময়ত ভণ্ডাৰীয়ে দিলা জান॥
বোলে মহাৰাজা আজু ভণ্ডাৰৰ কাছে।
মুখবন্ধে ব্ৰাহ্মণেও মৰন্তেসে আছে॥ ৫৯৮

হেন শুনি নৰেশ্বৰ বিস্ময় ভৈলন্ত।
কমনে ব্ৰাহ্মণ মৰে বুলি পুছিলন্ত॥
ভণ্ডাৰী বোলয় শুনিয়োক নৰেশ্বৰ।
নাৰায়ণ চক্ৰৱৰ্ত্তী পচিম দেশৰ॥ ৫৯৯

তৰ্ক অলঙ্কাৰ বিপ্ৰ দ্বাৰে আছে ৰৈয়া।
দ্বাৰী মুখ বান্ধিলন্ত ৰাজ আজ্ঞা কৈয়া॥

বন্দী কবি থোৱাইলন্ত ভণ্ডাৰৰ কাছে ।
সেহিটো ব্ৰাহ্মণ আয়ু মৰন্তেসে আছে ॥ ৬০০

শুনি নৃপতিৰ মনে বিস্ময় ভৈলন্ত ।
মুখ মেলাই ব্ৰাহ্মণক শীঘ্ৰে নিয়াইলন্ত ॥
নৰনাৰায়ণৰ খেদ
ৰাজা বোলে বিষ্ণু বিষ্ণু কৃষ্ণ ভয়হাৰি ।
পাপ কৰাইলন্ত মোক অজ্ঞান দুৰাৰী ॥ ৬০১

এহি বুলি ব্ৰাহ্মণক কৰিলা সম্মান ।
দুই শত সুৱৰ্ণক কৰিলন্ত দান ॥
পাঞ্চ সহস্ৰেক ৰূপ দিলা ভাল চাই ।
অপৰাধ ক্ষমা মোক ব্ৰাহ্মণ গোঁসাই ॥ ৬০২

দাস দাসী দিলা আনো বস্ত্ৰ অলঙ্কাৰ ।
নিজ দেশে গৈলা চলি বিপ্ৰ পুনৰ্বাৰ ॥
প্ৰায়শ্চিত্ত ভৈলা ৰাজা অজ্ঞান দোষৰ ।
আগন্তুক চিন্তা কৰিলন্ত নিৰন্তৰ ॥ ৬০৩

গৌড় কামৰূপে যত পণ্ডিত আছিলা ।
সমস্তকে আনি সত্ৰ দেৱাল পাতিলা ॥
সত্ৰ-দেৱাল স্থাপন
বোলে বিপ্ৰ পণ্ডিত সমস্তে শুনিয়োক ।
কলিৰ যুগত বৃদ্ধি হৈব ভয় শোক ॥ ৬০৪

নৰনাৰায়ণৰদ্বাৰা পুৰুষোত্তম ভট্টাচাৰ্যক ৰত্নমালা ব্যাকৰণ ৰচনা কৰিবলৈ নিৰ্দেশ প্ৰদান
অল্প আয়ু অল্প বুদ্ধি হৈবেক নিঃশেষ ।
লোপ হৈব পূৰ্ব শাস্ত্ৰ গ্ৰন্থাদি বিশেষ ॥
শুনিয়ো পুৰুষোত্তম ভট্টাচাৰ্য্য দ্বিজ ।
কৰিয়োক ৰত্নমালা ব্যাকৰ্ণৰ বীজ ॥ ৬০৫

সম্প্ৰতিকে স্ত্ৰীয়ে শূদ্ৰে পঢ়িব যতনে ।
ৰাম সৰস্বতীক মহাভাৰতৰ পদ কৰিবলৈ নিৰ্দেশ প্ৰদান
কিছু শেষ ভৈলে পঢ়িবেক বিপ্ৰগণে ॥
শুনিয়োক আজ্ঞা মোৰ ৰামসৰস্বতী ।
ভাৰতৰ পদ তুমি কৰিয়ো সম্প্ৰতি ॥ ৬০৬

আৰু আছে সপ্তকাণ্ড ৰামায়ণ যত ।
শ্লোকক ভাঙ্গিয়া পদ কৰিয়ো সাম্প্ৰত ॥
অষ্টাদশ পুৰাণৰ কৰিয়োক পদ ।
আকে শুনি নৰলোকে পাইব পৰম্‌পদ ॥ ৬০৭

শুনিয়ো শঙ্কৰ তুমি ভক্ত মহাজন ।
শঙ্কৰদেৱৰ প্ৰতি নৰনাৰায়ণৰ নিৰ্দেশ
বাঢ়য় কন্ধৰ পদ কৰা নিবন্ধন ॥
হৰিৰ ভক্তিক তুমি কৰিয়ো প্ৰচাৰ ।
হৰি ভজি নৰে হৌক সংসাৰৰ পাৰ ॥ ৬০৮

শুনিয়ো শ্ৰীধৰ তুমি মোৰ বাক্য ধৰা ।
শ্ৰীধৰ, বকুলকায়স্থ আদিৰ প্ৰতি নিৰ্দেশ
জ্যোতিষক ভাঙ্গি তুমি সাধ্যখণ্ড কৰা ॥
বকুল কায়স্থ তুমি ভাঙ্গা লীলাৱতী ।
অল্পতে বুজয় যেন কায়স্থে সম্প্ৰতি ॥ ৬০৯

এহি মতে পণ্ডিত সবক বুলিলন্ত ।
তেবে কলি যুগে শাস্ত্ৰ লোপ নহৈৱন্ত ॥
ভাল বুলি প্ৰশংসা কৰিলা সৰ্বজন ।
ভাগে ভাগে গ্ৰন্থ কৰিলেক নিবন্ধন ॥ ৬১০

সেহি গ্ৰন্থ নিয়া সবে ৰাজাক দেখাইলা ।
তাক চাই মহাৰাজা আনন্দক পাইলা ॥

পণ্ডিত সবক পাচে কৰিলা সম্মান।
ধন ৰত্ন বস্ত্র অলঙ্কাৰ দিলা দান ॥ ৬১১

সমস্তকে পঢ়াইলন্ত কৰিয়া দণ্ডিন্ত।
স্ত্রী শূদ্র আদি সবে ভৈলন্ত পণ্ডিত ॥
দেৱ দামোদৰ আদি সন্ত বাঢ়জন।
ধৰ্ম্ম প্রকাশিলা সবে শ্রৱন কীর্ত্তন ॥ ৬১২

শিষ্যগণে সৎসঙ্গত ভকতি কৰন্ত।
তুষ্ট চিত্ত শুচি সবে বৈষ্ণৱ ভৈলন্ত ॥
ধৰ্ম্ম শিক্ষা দিয়া ৰাজা পালি নিজ প্রজা।
সেহি দিনা ধৰি নাম ভৈলা ধৰ্ম্মৰাজা ॥ ৬১৩

চিলাৰায়ৰ পুত্র নাম ভৈলা ৰঘুদেৱ।
ৰঘুদেৱ বলে বীর্য্যে ৰূপে গুণে সম নাহি কেৱ ॥
নৃপতিয়ো দায়া কৰে পুত্রতো অধিক।
একাসনে ভুঞ্জে শোৱে আৰো কৈবো কিক ॥ ৬১৪

অনন্তৰে আসি ভৈলা কিশোৰ বৎসৰ।
তুই কন্যা আনি বিহা দিলা নৃপবৰ ॥
ৰঘুদেৱৰ মাতৃ বোলে শুনিয়ো বোপাই।
আজু দিনে নৃপতিক সেবিতে জুৱাই ॥ ৬১৫

মাতৃ বাক্যে কন্যা সঙ্গে লৈয়া ৰঘুদেৱ।
নৃপতিৰ পাৱে পৰি কৰিলন্ত সেৱ ॥
দৰাকন্যা চাই ৰাজা প্রশংসিলা ভালা।
আশীর্বাদ কৰিয়া মুণ্ডৰ দিলা মালা ॥ ৬১৬

মাকে শুধিলন্ত বাপু কি দিলা ৰাজাই।
ৰঘুদেৱে বোলে মাতৃ একো দিয়া নাই॥
পিন্ধা মালা ব্যতিৰেকে কিছো নাহি আৰ।
মাতৃ বোলে নিষ্টে তোক দিলা ৰাজ্যভাৰ॥ ৬১৭

দেশে দেশে বাচি বাচি ভাল কন্যা চাই।
নৰনাৰায়ণৰ পুত্ৰ জন্ম
ছয় কুড়ি বিবাহ কৰাইলা ৰঘুৰাই॥
কতিপয় দিনে নৰনাৰায়ণ নৃপবৰ।
পুত্ৰ এক জন্মিলন্ত পৰম সুন্দৰ॥ ৬১৮

মহামহোৎসৱ ভৈলা আনন্দ অপাৰ।
ধেনু দান দিলা ৰাজা দুতয় হাজাৰ॥
ধন ৰত্ন দিলা যত লেখা জোখা নাই।
দৈৱজ্ঞ ব্ৰাহ্মণগণ অনাইলা মতাই॥ ৬১৯

জাত কৰ্ম কৰি গণাইলন্ত অনুপাম।
লক্ষ্মীনাৰায়ণ
গণি পঢ়ি লক্ষ্মীনাৰায়ণ থৈলা নাম॥
মাসেক অন্তৰে নাম কৰ্ম কৰাইলন্ত।
যতেক দক্ষিণা দিলা নাহি আদি অন্ত॥ ৬২০

দ্বিতীয়াৰ চন্দ্ৰ যেন মতে বাঢ়ি যাই।
পৰম সুন্দৰ লক্ষ্মীনাৰায়ণ ৰাই॥
ৰঘুদেৱ কুমাৰৰ লগে ভৃত্যগণ।
এক দিনা বসি সবে কৰি আলোচন॥ ৬২১

বোলে নৰনাৰায়ণ ৰাজা মহাশান্ত।
আপুন পুত্ৰক তেহে ৰাজা পাতিবন্ত॥

এহি মন্ত্ৰণাক ৰঘুদেৱত জনাইলা ।
সমস্তে মিলিয়া পাচে উপাই এক পাইলা ॥ ৬২২

ভৃত্যসবৰদ্বাৰা ৰঘুদেৱক কুমন্ত্ৰণা দান

বোলে ফুড়া যাওঁ বুলি জনাও ৰাজাত ।
কিছো সৈন্য দিয়া জেঠা আমাৰ লগত ॥
অৰণ্য মাজত আছে অনেক অপাই ।
সৈন্য দিয়া জেঠা ফুড়া ভুঞ্জিবাক যাই ॥ ৬২৩

সেহি কথা ৰঘুদেৱে নৃপতিত কৈলা ।
দিলা সৈন্য লৈয়া ফুড়া ভুঞ্জিবাক গৈলা ॥
দিন মান গৈলা নিশা ভৈলন্ত যথাত ।
সৈন্যগণ সঙ্গে লৈয়া ৰহিলা তথাত ॥ ৬২৪

গহণ অৰণ্য মাজে ৰহিলা যেখন ।
নিশা ভাগে আবৰি ধৰিলা মশগণ ॥
সৈন্যগণে আৰাৱ কৰয় ঠাই ঠাই ।
সেহিবেলা আদেশ কৰিলা ৰঘুৰাই ॥ ৬২৫

বোলে ভয় নকৰিবা যত সৈন্যগণ ।
মাৰিয়োক মশ সবে তিয়ায়া বসন ॥
বস্ত্ৰক তিয়াইলা সবে এহি হৌক বুলি ।
কোবায়া মশক সবে মাৰিলা সমূলি ॥ ৬২৬

ৰৰনগৰত ৰঘুদেৱৰ ৰাজধানী স্থাপন

বীৰ মাটি দেখি তাতে বান্ধিলা নগৰ ।
ৰঘুদেৱ ৰাজাক পাতিলা নৃপবৰ ॥
বড়নগৰত যেবে ৰঘুদেৱ ৰৈলা ।
আত অনন্তৰে শুনা যেন কথা ভৈলা ॥ ৬২৭

ৰঘুদেৱ নাসিবাৰ দেখি নাৰায়ণ ।
ৰঘুদেৱৰ ওচৰলৈ নৰনাৰায়ণৰ দূত প্ৰেৰণ
মনকষ্টে ৰহিলন্ত নকৰি ভোজন ॥
দূত সকলক তেবে দিলন্ত পঠাই ।
শীঘ্ৰে আসন্তোক ৰঘুদেৱ ভতিজাই ॥ ৬২৮

দূতে গিয়া কহিলন্ত ৰাজাৰ আদেশ ।
শীঘ্ৰে যাইতে আজ্ঞা কৰি আছন্ত বিশেষ ॥
চলিয়োক মহাৰাজা বিলম্ব নকৰি ।
তোমাক নেদেখি ৰাজা আছে কষ্ট কৰি ॥ ৬২৯

শয়নে ভোজনে এৰিলন্ত অন্নপানী ।
শীঘ্ৰে উঠা মহাৰাজা ৰাজ আজ্ঞা মানি ॥
ৰঘুদেৱে বোলে দূত বাক্য শুনিয়োক ।
মোক লাগি জেঠা দেৱ চিন্তা এৰন্তোক ॥ ৬৩০

বান্ধিলো নগৰ এথা মাটি ভাল পাই ।
বেহাৰক লাগি মঞি নাযাইবো তুনাই ॥
নাহি অপমান জ্যেষ্ঠ পিতৃৰ চৰণে ।
আহিলোহোঁ মঞি ফুৰা খাইবাৰ কাৰণে ॥ ৬৩১

ভাল মাটি দেখি এথা নগৰ বান্ধিলোঁ ।
নাহি অপমান মঞি আপুনি ৰহিলোঁ ॥
ইখনি নগৰ জ্যেষ্ঠ পিতৃৰ নিচয় ।
সিখান আমাৰ আত নাহিকে সংশয় ॥ ৬৩২

ৰঘুদেৱৰদ্বাৰা কটকী বিদায়
এহি কথা কৈবা জ্যেষ্ঠ পিতৃৰ আগত ।
মোক লাগি ক্ৰোধ নকৰয় যেন মত ॥

এহি বুলি কটকীক বিদায় দিলন্ত।
বীৰ মাটি চাহিবাক আজ্ঞা কৰিলন্ত ॥ ৬৩৩

ৰাজাৰ আদেশে দূতে দশো দিশে গৈলা।
যৈতে আছে বীৰ মাটি বিচাৰিবে লৈলা ॥
এক ডাল ঘিলা গাছ আছে অৰণ্যত।
প্ৰজটি আছয় সিতো অনেক বৃক্ষত ॥ ৬৩৪

তাহাৰ তলত এক মেগেুপি আছন্ত।
সম্পৰ্ক ধৰিয়া অৰ্দ্ধখান গিলিছন্ত ॥
দেখিয়া কহিলা দূতে ৰাজাৰ আগত।
বোলে বীৰ মাটি পাইলোঁ শাস্ত্ৰৰ সম্মত ॥ ৬৩৫

নগৰ নিৰ্মাণ কৰিবলৈ ৰঘুদেৱৰ নিৰ্দেশ

শুনি নৃপতিৰ ভৈলা আনন্দ বিস্তৰ।
বোলে এতিক্ষণে এথা সজায়ো নগৰ ॥
প্ৰথমতে দূতে যাই গৰ্ত খানিলন্ত।
পুনু পুতিলাতো অৰ্দ্ধ মাটি ৰহিলন্ত ॥ ৬৩৬

ভাল পাই তেতিক্ষণে নগৰ সজাই।
ৰাজাৰ আগত দূতে কহিলন্ত যাই ॥

নগৰ নিৰ্মাণ

হেন শুনি নৃপতিৰ মহাৰঙ্গ ভৈলা।
ঘিলাজয়পুৰ নগৰৰ নাম থৈলা ॥ ৬৩৭

ফাল্গুন মাসত পূৰ্বফল্গুনী ঋক্ষত।
মঙ্গল পূৰ্বকে ৰাজা ভৈলা গৃহাগত ॥
আত অনন্তৰে নৰনাৰায়ণ ৰাজা।
ছপাই আনিলা আপুনাৰ যত প্ৰজা ॥ ৬৩৮

ৰঘুদেৱক ধৰি আনিবলৈ কাৰ্জিৰ প্ৰতি নৰনাৰায়ণৰ নিৰ্দেশ

কাৰ্জিক সম্বুদ্ধি ৰাজা বুলিলা বচন।
যুদ্ধৰ সম্ভাৰে তঞি চল এতিক্ষণ ॥
মাতি ৰঘুদেৱক আনিয়ো শীঘ্ৰ কৰি।
নাসে যদি ধৰি আনিবিহি বন্দী কৰি ॥ ৬৩৯

আজ্ঞা শুনি পাৰ কাৰ্জি গৈলা তেতিক্ষণ।
সঙ্গত চলিলা অসংখ্যাত লোক জন ॥
ৰঘুদেৱ ৰাজাৰ নগৰ পাইলা যাই।
কহিলন্ত জ্যেষ্ঠ পিতৃৰ আজ্ঞাক শুনাই ॥ ৬৪০

বোলে শীঘ্ৰে আসন্তোক পুত্ৰ ৰঘুদেৱ।
তান্তপৰে মোৰ প্ৰিয়তম নাহি কেৱ ॥
যদিবা মোহোৰ থানে নাহে শীঘ্ৰ কৰি।
তেবে তাঙ্ক ধৰি আনিবাহা বন্দী কৰি ॥ ৬৪১

কাৰ্জিৰ পৰাজয়

ৰঘুদেৱে বোলে কবি পিতৃৰ আগত।
সিঠাইক নাযাওঁ বৈলোঁ এহি নগৰত ॥
হেন শুনি পাৰ কাৰ্জি নগৰ বেঢ়িলা।
ক্ৰোধ কৰি ৰঘুদেৱে তাঙ্ক যুদ্ধ দিলা ॥ ৬৪২

ৰণ ভঙ্গে সৈন্য সব পলাইলা লৱৰি।
ৰণত কাৰ্জিক বলে ৰাখিলন্ত ধৰি ॥
ৰঘুদেৱে বোলে কাৰ্জি আজি পাইলি কেন।
কাৰ্জি বোলে মঞি পাৰ তুমি বড়ি সেন ॥ ৬৪৩

সিংহৰ আগত কিবা মুষকৰ টাই।
তোমাৰ আমাৰ ভৈলা তেনয় পৰাই ॥

কাজিৰ মুক্তি

শুনি ৰঘুদেৱৰ আনন্দ ভৈলা মন ।
খুৱাই ধুৱাই বণ্টা দি পঠাইলা তেতিক্ষণ ॥ ৬৪৪

প্ৰাৰ্থনীয় পত্ৰ দিলা ৰাজাক লাগিয়া ।
প্ৰণতি পূৰ্বকে সৰ্ব দোষক মাগিয়া ॥
পত্ৰ লৈয়া পাৰ কাৰ্জি তেতিক্ষণে গৈলা ।
নৃপতিৰ আগে বাৰ্তা সবে খানি কৈলা ॥ ৬৪৫

ৰঘুদেৱৰ প্ৰতি নৰনাৰায়ণৰ উদাৰতা

শুনি আনন্দিত ভৈলা নৰনাৰায়ণ ।
ভাতৃ তনয়ক কৰিলন্ত প্ৰশংসন ॥
কষ্ট মন এৰি ভৈলা আনন্দ হৃদয় ।
বোলে শুনিয়োক মোৰ পাত্ৰ মন্ত্ৰীচয় ॥ ৬৪৬

পুত্ৰবধূ সমস্তক আন উলিয়াই ।
থৈয়ো নিয়া যথা আছে ৰঘুদেৱ ৰাই ॥
ভণ্ডাৰৰ ধন ৰত্ন বস্ত্ৰ অলঙ্কাৰ ।
ভোজনক লাগি দ্ৰব্য দিয়োক অপাৰ ॥ ৬৪৭

হস্তী ঘোড়া বৃষভ মহিষ দাসী দাস ।
পঠায়ো সবাকে ৰঘু নৃপতিৰ পাশ ॥
ৰাজাৰ আদেশ শুনি পাত্ৰ মন্ত্ৰীগণ ।
ছয় কুড়ি মহাদৈক আনি তেতিক্ষণ ॥ ৬৪৮

দাস দাসী অসংখ্যাত বস্ত্ৰ অলঙ্কাৰ ।
চতুৰঙ্গে দলে সৈন্য চলিল অপাৰ ॥
সুৱৰ্ণ ৰজত-হীৰা মণি মৰকত ।
দিলা আনো ৰত্ন পুত্ৰবধূৰ লগত ॥ ৬৪৯

ভণ্ডাৰে সহিতে ধান্য তণ্ডুল দিলন্ত ।
তৈল্য লোন ভক্ষ্য ভোজ্য সবাকে নিলন্ত ॥
ৰণৰ সম্ভাৰ যত অস্ত্ৰ শস্ত্ৰচয় ।
সবাকে লৈলন্ত পাত্ৰ মন্ত্ৰী সমস্তয় ॥ ৬৫০

সৈন্যৰ গিৰত টলবল বসুন্ধৰী ।
কতিপয় দিনে পাইলা বিজয় নগৰী ॥
ৰঘুদেৱ আগে গৈয়া ভৈলা উপসন্ন ।
নমস্কাৰ কৰিলন্ত পাত্ৰ মন্ত্ৰিগণ ॥ ৬৫১

ৰাজাৰ আদেশ যত সমস্ত কৈলন্ত ।
শুনি ৰঘুদেৱ ৰাজা আনন্দ ভৈলন্ত ॥
ভাৰ্য্যা সমস্তক তবে গৃহাগত কৈলা ।
দ্ৰব্য সব ভাগে ভাগে ভণ্ডাৰত থৈলা ॥ ৬৫২

সৈন্য সমস্তক তবে কৰাইলা ভোজন ।
মন্ত্ৰী সমস্তক দিলা বসন ভূষণ ॥
যতেক উৎসৱ ভৈলা আদি অন্ত নাই ।
মন্ত্ৰী সকলক পাচে দিলন্ত বিদাই ॥ ৬৫৩

চৈত্ৰ যে বৈশাখ জ্যৈষ্ঠ তিনি মাস গৈলা ।
ৰঘুদেৱৰ বাহিৰবন্ধ ৰাজ্য আক্ৰমণ
বান পানী আসি সবে ৰাজ্যক বুৰাইলা ॥
নৌকাক সজাই পাচে ৰঘুদেৱ ৰাই ।
বাহিৰবন্ধ ৰাজ্য মাৰি আনিলেক যাই ॥ ৬৫৪

সেই বাৰ্তা পাচে নৰনাৰায়ণে পাইলা ।
সৈন্যে সমন্বিতে ধৰি নিবে লাগি আইলা ॥

চৰ মুখে এহি বাৰ্ত্তা ৰঘুদেৱে পাই।
পাত্ৰ মন্ত্ৰী সমস্তক আনিলা চপাই ॥ ৬৫৫

বোলে মন্ত্ৰীসব মোৰ মিলিল অসুখ।
কোন জনে হৈব জ্যেষ্ঠ পিতৃৰ সমুখ॥
কি কাৰ্য্য কৰি এহি দিয়োক যুগুতি।
এহি বুলি সবাহাতে পুছিলা নৃপতি॥ ৬৫৬

মন্ত্ৰিগণে বোলে আমি নেদেখো উপাই।
যেহি লাগে তাকে কৰা আপোন ইচ্ছাই॥
আত অনন্তৰে ৰাজা নৰনাৰায়ণ।
তামুটনি গ্ৰামে থাকি কৰিলা ভোজন॥ ৬৫৭

বীৰো কাৰ্জি দূতক পঠাইলা মহাৰাই।
কিমত ৰণুৱা আসন্তোক মোৰ ঠাই॥
পাচে বীৰো কাৰ্জি ৰঘুদেৱত জনাইলা।
যেন মতে জ্যেষ্ঠ পিতৃ বুলিয়া পঠাইলা॥ ৬৫৮

ৰঘুদেৱৰ ভাৰ্য্যা-সকল ৰণভূমিলৈ নিবলৈ কাৰ্জিৰ মন্ত্ৰণাদান

ৰঘুদেৱে বোলে কাৰ্জি কি হৈবে উপাই।
কেন মতে জ্যেষ্ঠ পিতৃ নিবৰ্ত্তিয়া যাই॥
কাৰ্জি বোলে মহাৰাজা এক বাক্য ধৰা।
তযু ভাৰ্য্যা সকলক নিয়া আগ কৰা॥ ৬৫৯

যুদ্ধ কাচে কাচি ঘোড়ে চৰি অশোৱাৰ।
নৃপতিৰ আগে সবে দেউক পটোৱাৰ॥
পাচে মঞি নৃপতিত কহিবো বুজাই।
যেন মতে ৰাজা নগৰক ফিৰি যাই॥ ৬৬০

হেন শুনি ৰঘুদেৱ ৰঙ্গ ভৈলা মন।
কাৰ্জিক বিদায় দিলা কৰি প্ৰশংসন ॥
ভাৰ্য্যা সকলক তেবে অনাইলা মতাই।
জামা পাগ ইজাৰ পিন্ধাইলা ভাল চাই ॥ ৬৬১

খাণ্ডা বাৰু হাতে দিয়া তুলি ঘোটকত।
বোলে জ্যেষ্ঠ পিতৃ আগে হৌক উপগত ॥
এহি বুলি আদেশ কৰিলা মহাৰাই।
যুদ্ধ কাচে ভাৰ্য্যা সব আসিলা ওলাই ॥ ৬৬২

নৰনাৰায়ণ আগে দিলা পাটোৱাৰ।
কাৰ্জিক সম্বুদ্ধি ৰাজা সোধে বাৰম্বাৰ ॥
অলপ বয়স দেখোঁ দাড়ি গজা নাই।
কমন চিপাহী আসি আছে মোৰ ঠাই ॥ ৬৬৩

কাজিবোলে মহাৰাজ আন কিছো নাই।
তোমাৰেসে পুত্ৰবধূ আইল ইতো ঠাই ॥
ৰঘুদেৱে বোলে মোৰ নাহিকে বিৰতু।
জ্যেষ্ঠ পিতৃ আইল যুদ্ধ কৰিবাৰ হেতু ॥ ৬৬৪

মোহোৰ নাহিকে শক্তি পিতৃৰ কাৰণে।
যুদ্ধক চলোক ভাৰ্য্যা সব এতিক্ষণে ॥
এহি বুলি ভাৰ্য্যাগণ দিয়াছে পঠাই।
যেহিতো উচিত তাকে কৰা মহাৰাই ॥ ৬৬৫

ৰাজা বোলে বিষ্ণু বিষ্ণু বিষ্ণু ৰাম হৰি।
পুত্ৰবধূ সকলক যুঝো কেন কৰি ॥

এহিবুলি সোণোৱালী বস্ত্র আনিলন্ত ।
আৰোবান কৰি তাসম্বাক ঢাকিলন্ত ॥ ৬৬৬

তাৰা সকলক লাগি দূত পঠাইলেক ।
পুত্রবধূগণ মোৰ চলোক গৃহক ॥
নকৰোহো ৰণ মঞি বলে পাৰি আন্টি ।
সোণকোষ সীমা কৰি দিলোঁ ৰাজ্য বান্টি ॥ ৬৬৭

নৰনাৰায়ণ আৰু ৰঘুদেৱৰ ৰাজ্যৰ সীমা নিৰ্ধাৰণ

পচিম দেশৰ ৰাজা লক্ষ্মীনাৰায়ণ ।
পূবদিশে ৰঘুদেৱে কৰোক ভোজন ॥
সীমাক আগ্রহি যিটো অন্যায় কৰয় ।
তাৰ ছত্রভঙ্গ হৈবে নাহিকে সংশয় ॥ ৬৬৮

ৰঘুদেৱ আগে এহি কথা কৈবা যাই ।
এহি বুলি ধান-চাউল থৈলেক দমাই ॥
বেহাৰক গৈলা নৰনাৰায়ণ ৰাই ।
ৰঘুদেৱ ৰৈলা বড়নগৰ সোমাই ॥ ৬৬৯

মৃগয়াৰ বাবে ৰঘুদেৱৰ মণিকূটলৈ যাত্রা

আত অনন্তৰে কথা শুনা মহামতি ।
ৰঘুদেৱ গৈলা মৃগ মাৰিবাক প্ৰতি ॥
মণিকূট গ্রামে তবে ভৈলা উপসন ।
সৰোবৰ আছে এক পৰম গহন ॥ ৬৭০

ওপৰত পিট পৰি আছে নিৰন্তৰে ।
তথাকে আসিলা ব্যাঘ্র জল ভুঞ্জিবাৰে ॥
জলতে আছয় ভয়ঙ্কৰ কূৰ্ম এক ।
ব্যাঘ্রৰ চৰণে কামুৰিয়া ধৰিলেক ॥ ৬৭১

ব্যাঘ্ৰৰ গৰ্জনে পৃথী কৰে টলবল।
মহাভয় ভৈলা তবে মনুষ্য সকল ॥
ৰাজা বোলে বাঘৰ গৰ্জনি শুনো কেন।
বিচাৰি আশোক ব্যাঘ্ৰে কৰি আছে যেন ॥ ৬৭২

ৰাজাৰ আদেশ শুনি সৈন্য নিৰন্তৰ।
জাঠি জোঙ্গ খাণ্ডা বাৰু লৈলন্ত খাপৰ ॥
সৈন্যগণে বিচাৰিয়া দেখিলেক পাচে।
বাঘক কচ্ছপে কামুৰিয়া ধৰি আছে ॥ ৬৭৩

দেখিয়া ৰাজাত সৈন্যে কহিলেক যাই।
ধৰিছে কচ্ছপে ব্যাঘ্ৰ আন কিছো নাই ॥
ৰাজা বোলে হানি খুচি সবে গৈয়া মাৰ।
ৰাজাৰ আদেশে সৈন্য গৈলা পুনৰ্বাৰ ॥ ৬৭৪

সবে সৈন্যে হানি শাৰ্দূলক মাৰিলন্ত।
জীৱন্ততে বেঢ়ি কচ্ছপকো ধৰিলন্ত ॥
ব্যাঘ্ৰ ভৈলা অষ্টাদশ মুনিষৰ কোঢ়া।
কচ্ছপো ভৈলেক সেই অষ্টাদশ জোৰা ॥ ৬৭৫

দেখিয়া ৰাজাৰ মনে পৰম বিস্ময়।
বোলে এহি বীৰ মাটি নাহিকে সংশয় ॥
বোলে আত পৰম ঈশ্বৰ স্থান আছে।
এহি বুলি ৰাজা বিচাৰিবে লৈলা পাচে ॥ ৬৭৬

ঝাৰবন পৰ্বত পাহাৰ বিচাৰিলা।
তথাতে পঞ্চম তীৰ্থ আপুনি দেখিলা ॥

তীৰ্থৰ সন্ধান

মণিকুট গণেশ্বৰ কেদাৰ কমল।
গোকৰ্ণ অপূৰ্ণভৱ গৰুড় অচল ॥ ৬৭৭

কামেশ্বৰ বাৰাহৰ কুণ্ড ভয়ঙ্কৰ।
এহি সব তীৰ্থক দেখিলা নিৰন্তৰ ॥
মণিকুট মঠ পূৰ্বে শিলাৰ আছিলা।
পাপিষ্ঠ যবনে আসি তাহাক ভাঙ্গিলা ॥ ৬৭৮

বৰকাথ সুমৰুৰ-দ্বাৰা মঠ নিৰ্মাণ

তাহান গহ্বৰে মাধৱক দেখিলন্ত।
তাঙ্ক দেখি ৰঘুদেৱে আনন্দ ভৈলন্ত ॥
বড়কাথ সুমৰুক বুলিলা বচন।
শীঘ্ৰ কৰি মঠ আত কৰ নিবন্ধন ॥ ৬৭৯

মৌচিলৰ ধন যত লাগে মানে দিলা।
পাইক সিক শিলাকুটি কুমাৰ আনিলা ॥
আজ্ঞা কৰি ৰঘুদেৱ নিজ ঘৰে গৈলা।
পাচে বড়কাথে মঠ বান্ধিবাক লৈলা ॥ ৬৮০

ছয় মাসে মঠ তবে থৈলেক সজাই।
নৃপতিৰ আগে বাৰ্তা জনাইলেক যাই ॥
শুনি নৃপতিৰ মনে আনন্দ অপাৰ।
ধন ৰত্ন দিলা আনি অসংখ্য হাজাৰ ॥ ৬৮১

ব্ৰাহ্মণ গণক তাঁতী সোণাৰী কমাৰ।
তেলী মালী ধোবা বাঢ়ৈ কুমাৰ কঁহাৰ ॥
নাপিত গায়ন ব্যাস আদি যত যত।
তাম্ৰফলি কৰি দিলা পাইক সপ্তশত ॥ ৬৮২

তাম্র কাংস্য সুৱৰ্ণাদি ৰজত ভাজন।
মাল্য বস্ত্র চন্দ্রতাপ অনেক বাজন ।।
অখণ্ড প্রদীপ দিলা কৰিয়া বিশেষ।
মঠক উৎসৰ্গা কৰি দিলন্ত নিশেষ।। ৬৮৩

অনেক দক্ষিণা দিলা লেখা জোখা নাই।
বিজয়পুৰত ‍ৰৈল ৰঘুদেৱ ৰাই ।।
আনন্দে উৎসৱে তৈতে আছে কতো দিন।
পুত্ৰসব উপজিল সবে ৰাজ চিন।। ৬৮৪

বিজয় নগৰৰ বৰ্ণনা

অম্রাৱতী সম পুৰী বিজয় নগৰী।
অনেক নৃপতিগণে থাকে সেৱা কৰি ।।
সুৱৰ্ণ ৰজত আদি দিয়ে কৰভাৰ।
সেহি ধন ৰত্নে ভৈলা অসংখ্য ভণ্ডাৰ ।। ৬৮৫

পুৰাণ ভাৰত ভাগৱত শুনন্ত।
কতো শ্লোক ভাঙ্গি কতো পদ কৰাৱন্ত ।।
ধৰ্মেসে প্রবর্তে অধৰ্মত মতি নাই।
স্বধৰ্মে পালিয়া থাকে লোক প্রৱৰ্তাই ।। ৬৮৬

প্রতিদিনে বিপ্র বৈষ্ণৱক কৰে দান।
অৱশেষ ধন ৰত্ন পোতে থানে থান ।।
খান্দাপোতা পাইক হস্তী মাউতক মাৰন্ত।
গদাধৰ ভণ্ডাৰীসে কেৱলে জানন্ত ।। ৬৮৭

তিনি কোটি ধন পুতি খটখটী তলে।
আপদত এহি ধন দেখাইবি একলে ।।

যিতো জন হোৱে ধৰ্মৱন্ত বুদ্ধিমন্ত ।
অৰ্থক আৰ্জিয়া ছয় ভাগ কৰিৱন্ত ॥ ৬৮৮

ভাগেক দেৱৰ ঋষি অৰ্থে এক ভাগ ।
আৱৰ ভাগক কৰিৱন্ত পিতৃ যাগ ॥
এক ভাগ আপোনাৰ পুত্ৰৰ ভাগেক ।
বিপদৰ অৰ্থে এক ভাগ পুতিবেক ॥ ৬৮৯

যাৰ যেহি ভাগ হোৱে পাৱে সেহি ভাগ ।
অন্যথা কৰিলে মহা পাপে পাৱে লাগ ॥
আনন্দে উৎসৱে ৰাজা আছে কতো দিন ।
পুত্ৰ সব উপজিল সবে ৰাজ চিন ॥ ৬৯০

সবাহানে শ্ৰেষ্ঠ ভাৰ্য্যা আতি সুচৰিত ।
পৰীক্ষিতৰ জন্ম — তাহান্তে জন্মিলা বড়পুত্ৰ পৰীক্ষিত ॥
অনেক ভাৰ্য্যাৰ ভৈলা আনো যত যত ।
তাসম্বাৰ নাম কহোঁ কৰিয়া বেকত ॥ ৬৯১

ইন্দুনাৰায়ণ যদুৰায় ভবসিংহ ।
মুকুন্দ মঙ্গল বলিনাৰাণ বীৰিঙ্গ ॥
মানসিংহ নামে যিতো অতি বলি বৰ ।
থুলন্তৰ কায় সিতো পৰম সুন্দৰ ॥ ৬৯২

মহীন্দ্ৰ সুন্দৰ নাৰায়ণ ময়দান ।
ৰামচন্দ্ৰ বৃষকেতু বিশিষ্ট প্ৰধান ॥
হেমনাৰায়ণ মধুনাৰাণ অনন্ত ।
প্ৰতাপ বিজয়সিংহ মহাবলৱন্ত ॥ ৬৯৩

এই অষ্টাদশ পুত্ৰ পৰম প্ৰধান।
কুমাৰীয়ো আছিলেক দুই চাৰি মান ॥
ৰাজ্য ভোগ কৰিলন্ত বত্ৰিশ বৎসৰ।
আনন্দ কৰিয়া থাকে পুত্ৰ নিৰন্তৰ ॥ ৬৯৪

বিদেশৰ পৰা এক সন্ন্যাসী আসিলা।
অতিথি স্বৰূপে আসি নগৰে ৰহিলা ॥
সেহি সন্ন্যাসীৰ লগ লৈলা পৰীক্ষিত।
তাক দেখি নৃপতিৰ ভৈল কষ্ট চিত ॥ ৬৯৫

ৰাজা বোলে পুত্ৰ সব মোৰ বাক্য ধৰ।
কুমন্ত্ৰিনি সন্ন্যাসীৰ সঙ্গ পৰিহৰ ॥
এহিকথা সন্ন্যাসীয়ে চৰ মুখে শুনি।
নৃপতিক বধিবাক বৈলা মনে গুণি ॥ ৬৯৬

এক দিনা শৌচ কৰিবাক গৈলা।
সেহি বেলা সন্ন্যাসীয়ে দৈত্যক পঠাইলা ॥
দৈত্য সমে নৃপতিৰ যুদ্ধ লাগিলন্ত।
দুইহানো আন্দোল চৰগণে শুনিলন্ত ॥ ৬৯৭

পৰম বলিষ্ঠ দৈত্যে ৰাজাক বধিলা।
ৰঘুদেৱৰ মৃত্যু — চৰগণে গৈয়া পাচে ৰাজাক দেখিলা ॥
আঘ্ৰাণ মাসত শুক্লা পূৰ্ণিমা তিথিত।
প্ৰাণ ত্যাগি ৰাজা বৈল কৈলাসপুৰীত ॥ ৬৯৮

কথিত শিথান দিয়া ৰাজা আছে মৰি।
কান্দিবে লাগিলা সবে আৰ্ত্তনাদ কৰি ॥

ক্রন্দনৰ উৰ্ম্মী উথলিল মহাৰোল।
পূৰ্ণিমা দিৱসে হেন সাগৰ কল্লোল ॥ ৬৯৯

পত্নীসকলৰ ক্রন্দন

ছয় কুড়ি মহাদই পুত্রগণ যত।
অচেতন ভৈলা সবে ৰাজাৰ শোকত ॥
কতো বেলি অনন্তৰে গাৱে শ্রুতি পাই।
কান্দিবে লাগিলা গুণ বৰ্ণাই বৰ্ণাই ॥ ৭০০

হা হা কৈক গৈলা মহাৰাজা ধৰ্ম্মৱন্ত।
আজি ধৰি আমাৰ সুখৰ ভৈল অন্ত ॥
আমাসাক কোনে কৰিবেক প্রতিপাল।
কপটে বঞ্চিলা জানো বিধাতা বিষাল ॥ ৭০১

নিজ দেশে সন্ন্যাসীয়ো গৈলেক পলাই।
পাত্র মন্ত্রী পুৰোহিত ভৈলা এক ঠাই ॥
দোলে তুলি জ্ঞাতিগণে নদীতীৰে নিলা।
অগুৰু চন্দন ঘৃতে সংস্কাৰ কৰিলা ॥ ৭০২

ৰঘুদেৱৰ প্রেত কাৰ্যাদি সম্পাদন

শ্বেত চন্দ্রতাপ তান আৰিলা উপৰে।
থানক বিশিষ্ট কৰি থৈলা অনন্তৰে ॥
দশপিণ্ড দান কৰিলন্ত দশ দিনে।
মহামহোৎসৱ কৰাইলন্ত ভিনে ভিনে ॥ ৭০৩

সন্তোষ কৰাইলা জ্ঞাতি ব্রাহ্মণ গণক।
বিলাইলন্ত অসংখ্যাত ধনক ৰত্নক ॥
মাসেক অন্তৰে দানসাগৰ কৰিলা।
বৈষ্ণৱ সবক মনোনীত দান দিলা ॥ ৭০৪

ধন ৰত্ন ভাঙ্গি বৃষোৎসৰ্গ কৰাইলন্ত ।
যতেক দক্ষিণা দিলা নাহি আদি অন্ত ॥
দুখী ভিক্ষু দেশান্তৰী সবাকে তুষিলা ।
অদৰিদ্ৰ কৰি সমস্তকে দান দিলা ॥ ৭০৫

জ্ঞাতি সকলক তবে দিলা অন্ন জল ।
সন্তোষ কৰাইলা যত গায়ন সকল ॥
এহি মতে কৰ্ম কৰাইলন্ত সমৰ্পণ ।
এক ঠাই ভৈলা সবে পাত্ৰ মন্ত্ৰিগণ ॥ ৭০৬

পিতৃৰ বচনে কিছো অপমান পাই ।
প্ৰাগ্‌জোতিষপুৰে গৈলা পৰীক্ষিত ৰাই ॥
কতিপয় দিন আছে নীল পৰ্বতত ।
কামাখ্যাক সেবি থাকে তিনি প্ৰসঙ্গত ॥ ৭০৭

এক দৈৱজ্ঞএ গণি পৰীক্ষিত আগে ।
বোলে পৰশুই দিনা ৰাজা হৈবে লাগে ॥
কালিৰ দিনত যদি নাপাৱা নগৰ ।
ৰাজা হৈবে নপাৰিবা বাঢ়য় বৎসৰ ॥ ৭০৮

দুষ্ট সন্ন্যাসীয়ে দেখো দৈত্যক জপাইলা ।
নিষ্টে জানা তব পিতৃ পৰলোক গৈলা ॥
সপ্ত দিন পথ কেন মতে পাইবা যাই ।
নৌকা যান বিনে তযু আন বুদ্ধি নাই ॥ ৭০৯

দৈৱজ্ঞ সহিতে সেহি ৰজনী থাকিলা ।
উষাযাত্ৰা কৰি নিজ নৌকা মেলি দিলা ॥

নিশা চাৰি দণ্ডে পাইলা বিজয় নগৰী।
মূৰ্ছিত ৰহিলা তীৰে বাইবাখন পৰি ॥ ৭১০

নগৰীক গৈলা পৰীক্ষিত নাৰায়ণ।
উভয় শোকত আতি বিষাদিত মন ॥
শুণি গান্থি আপুনিয়ে উপাই এক পাই।
সপ্তকুড়ি সুন্দৰীক দিলন্ত পঠাই ॥ ৭১১

তেল টেঙ্গা গাৱে ঘষি বিচোক ব্যজনে।
জীবেক অৱশ্যে মোৰ নাপবাইচাগণে ॥
হেন শুনি আজ্ঞা বাণী ৰাজাৰ শুনিলা।
নাৰীগণে গৈয়া সেই চিকিৎসা কৰিলা ॥ ৭১২

বিচন্তে বিচন্তে আসিলেক ধাতু প্ৰাণ।
তিনি পৰ নিশাত লভিলা তবে জ্ঞান ॥
এহি বাৰ্তা পৰীক্ষিত আগে কৈলা যাই।
শুনিয়া পায়স তবে দিলন্ত পঠাই ॥ ৭১৩

পায়স ভুঞ্জিয়া খাইল সুগন্ধিত জল।
নাৰী সঙ্গে নিদ্ৰা গৈয়া থাকিল সকল ॥
প্ৰহৰেক বেলা ভৈলে নিদ্ৰাৰ জাগিলা।
গাৱে গাৱে সেহি নাৰী ভাৰ্য্যা কৰি দিলা ॥ ৭১৪

পৰীক্ষিতৰ অভিষেক

সেহি দৈৱজ্ঞএ দিলে ক্ষণ লগ্ন চাই।
সমস্ত তীৰ্থৰ জল কৰি এক ঠাই ॥
মাঙ্গল্যৰ দ্ৰবে দূতগণে চপাইলেক।
বেদৰ বিহিত কৰিলেক অভিষেক ॥ ৭১৫

বেদধ্বনি কৰি বিপ্রে আশীৰ্বাদ দিলা ।
বাদ্যৰ বাদনে দিশ বিদিশ পূৰিলা ॥
নৰ্তকীয়ে নাচন্তে গায়নে গাৱে গীত ।
সমস্তকে ৰাজা বিলাইলন্ত ধন বিত ॥ ৭১৬

সহস্ৰ দন্তাল হস্তী অতি ময়মত্ত ।
হস্তিনী ততেক থাকে তাহাৰ লগত ॥
যতেক ঘোটক সৈন্য লেখা কৈবো কত ।
অম্রাৱতী পুৰে পুৰন্দৰ যেন মত ॥ ৭১৭

পিতৃৰ ভণ্ডাৰ ৰাজা কৰিলা বিচাৰ ।
নাহিকন্ত দেখি ধন ক্রোধিলা বিস্তৰ ॥
গদাধৰ চলিয়াক বুলিলা বচন ।
পিতৃৰ ভণ্ডাৰে কেনে নাহিকন্ত ধন ॥ ৭১৮

গদাধৰে বোলে শুনিয়োক নৰেশ্বৰ ।
ৰাজ্যৰ উপৰে তুমি হুয়াছা ঈশ্বৰ ॥
দেশ ৰাজ্য লক্ষ্মী ধন বস্ত্ৰ অলঙ্কাৰ ।
তাক পাই কেনে ধন কৰিছা বিচাৰ ॥ ৭১৯

ৰাজা বোলে পিতৃৰ আৰ্জ্জিত পুত্ৰে পাই ।
কমনে বাধিছা তঞি বিত্ত বিহৰাই ॥
গদাধৰে বোলে তুমি বুজন নিৰ্গত ।
লাগিল তোমাৰ লোভ পিতৃৰ ধনত ॥ ৭২

পিতৃৰেসে ৰাজ্যভাৰ পায়াছা নিচয় ।
কৈত আছে ধন বিত নজানোহো মঞি ॥

হেন শুনি নৃপতিৰ ক্ৰোধ উপজিলা ॥
গদাধৰ ভণ্ডাৰীক তচিল কৰিলা ॥ ৭২১

এহি মতে শাস্তি কৰিলেক বৰিষেক।
তথাপিতো ৰাজ বিশ্বাসক নকৈলেক ॥
পুনৰ্বাৰ নৰপতি ক্ৰোধত জানিলা।
কমাৰ অনায়া পাচে কোড় তাৱা দিলা ॥ ৭২২

তথাপিতো নাভাঙ্গিলা বিশ্বাস ৰাজাৰ।
নাজানো নাজানো মাত্ৰ বোলে বাৰম্বাৰ ॥
নকৈবাৰ দেখি পুনু নিহল মেলিলা।
ছুকুড়ি দন্তাল হস্তী গৃহে লাগি দিলা ॥ ৭২৩

বোলে ধানে মাষে হস্তীসব পুষি থাক।
ক্ষীণ ভৈলে হস্তী পাচে কাটিবো তোমাক ॥
হেন শুনি গদাধৰে নমস্কাৰ কৈলা।
হস্তী লৈয়া আপুনাৰ গৃহে চলি গৈলা ॥ ৭২৪

ছয় মাস মান পুষিলেক মাষে ধানে।
ধুকাইলেক ধন ৰত্ন আছিলেক মানে ॥
আৰু ছয় মাস পুষিলেক কৰি ধাৰ।
বৰ্ষ পূৰ্ণ ভৈলে ৰাজা আসি পুনৰ্বাৰ ॥ ৭২৫

কৈত আছে ধন বুলি পুনু সুধিলন্ত।
তথাপিতো ৰাজ বিশ্বাসক নকৈলন্ত ॥
নকৈবাক দেখি ক্ৰোধ জ্বলিল ৰাজাৰ।
বোলে কাণ্ডিয়াই মাৰো নকৰোঁ বিচাৰ ॥ ৭২৬

এহি বুলি কাণ্ড:আনি ধমুত জুৰিলা ।
গদাধৰে বাগীশক বুলিবে লাগিলা ॥
শুনিলা বাগীশ তুমি পৰম পণ্ডিত ।
বেদ চাই কহা কৰো বিশ্বাস খণ্ডিত ।। ৭২৭

হেন শুনি বাগীশে স্মৰে ধৰ্ম ধৰ্ম ।
বিশ্বাস খণ্ডন যিতো গৰিহিত কৰ্ম ॥
ৰাজাত বুজাইলা বেদ বেদাঙ্গ দেখাই ।
শুনি কাণ্ড সামৰিলা পৰীক্ষিত ৰাই ॥ ৭২৮

নিহাল চোৰায়া ক্ষৌৰ কৰ্ম কৰাইলন্ত ।
লগত ৰাখিয়া দায়া কৰিলা অত্যন্ত ॥
হস্তীক পোযন্তে যত খৰচ কৰিলা ।
বুজি এক লক্ষ ধন ভণ্ডাৰৰ দিলা ॥ ৭২৯

প্ৰাগ্‌জ্যোতিষপুৰে পাচে কৰিলা গমন ।
পুণ্য ভূমি দেখি তথা নিমজিলা মন ॥
সাজিলা নগৰ লৌহিত্যৰ উত্তৰত ।
পৰম সুন্দৰ অশ্বতীৰ্থ সমীপত ॥ ৭৩০

ভাৰ্য্যা পুত্ৰ সমে তৈতে, কতো দিন ৰৈলা ।
অসংখ্য বন্দুক সাজি নগৰত থৈলা ॥
বৰ বৰ হিলেই থানে থানে থৈলা পাচে ।
পাণ্ডুনাথ শৰাইত অদ্যাপিও আছে ।। ৭৩১

দৈবজ্ঞ আনিয়া শুভ খেণ লগ্ন চাই ।
দণ্ডে পাটে ৰাজা ভৈলা পৰীক্ষিত ৰাই ॥

তান নামে স্বৰ্ণৰ মোহৰ মাৰিলা।
পৰম প্ৰবল সিতো প্ৰচণ্ডে ৰহিলা ॥ ৭৩২

চতুৰ্দশ কুড়ি হস্তী ভৈলা ময়মত্ত।
হস্তিনী ততেক আছে হস্তীৰ লগত ॥
ৰাজ্য প্ৰতিপাল কৰি কতো দিন আছে।
গ্ৰীষ্মকালে বান পানী উঠিলন্ত পাচে ॥ ৭৩৩

নৌকাত উঠিয়া বাহিৰবন্ধ মাৰিলা।
সত সৰ্বস গৰু মানুষ আনিলা ॥
সেহি কথা শুনিলন্ত লক্ষ্মীনাৰায়ণ।
বোলে পূৰ্বে পিতৃ ৰাজ্য কৰি বিভাগণ ॥ ৭৩৪

লক্ষ্মীনাৰায়ণ আৰু পৰীক্ষিত-নাৰায়ণৰ যুদ্ধ, লক্ষ্মানাৰায়ণৰ পৰাজয়

সোণকোষ পূৰ্ব ভাগে তাসম্বাক দিলা।
পচিমৰ ভাগ ৰাজ্য আমাত অৰ্পিলা ॥
সি হৰে ভতিজা মোৰ পিতৃ হওঁ তাৰ।
কি কাৰণে মোৰ ৰাজ্য কৰে বুন্দামাৰ ॥ ৭৩৫

এহি বুলি মনে গুণি গৃহত ৰহিলা।
মাঘ ফাগুনত ঘোৰ যুদ্ধ আৰম্ভিলা ॥
পৰীক্ষিত সমে যুদ্ধ লাগিলেক যাই।
যতেক মৰিল সৈন্য লেখা জোখা নাই ॥ ৭৩৬

পাচে লক্ষ্মীনাৰায়ণে ৰণে ভঙ্গ ভৈলা।
সীমাক এৰিয়া আপোনাৰ দেশে গৈলা।
সৈন্যৰ মোহলা কৰি লেখি চাহিলন্ত।
বোলে মোৰ ভাতৃ কিবা হেতু নাহিকন্ত ॥ ৭৩৭

লোকে বোলে তযু ভাতৃ ৰণে পৰিলন্ত ।
শুনি লক্ষ্মীনাৰায়ণে মূর্ছিত ভৈলন্ত ॥
শ্রুতি পায়া ক্রন্দন কৰিলা বিপৰীত ।
শোকৰ উর্মিত কতো দগ্ধ হোৱে চিত ॥ ৭৩৮

হস্তী ঘোড়া সৈন্য পৰিলেক ঠাই ঠাই ।
কৈত খুজি পাইবো বীৰনাৰায়ণ ভাই ॥
এহি বুলি সৈন্য সমে বেহাৰক গৈলা ।
পাত্র মন্ত্রী সমে পাচে আলোচিবে লৈলা ॥ ৭৩৯

বোলে পৰীক্ষিতনাৰায়ণ দুষ্টমতি ।
সমৰত বলে আমি নোৱাৰো সম্প্রতি ॥
পাৎছাক সহায় লৈয়া ফিৰি যুদ্ধ কৰোঁ ।
পৰীক্ষিত নৃপতিক জীৱন্ততে ধৰোঁ ॥ ৭৪০

বন্দী কৰি থৈবো আনি নিহল লগাই ।
লক্ষ্মীনাৰায়ণৰ দিল্লীৰ পাৎছাৰ ওচৰলৈ গমন
তেবেসে মোহোৰ ভাতৃ ঋণ সুজা যাই ॥
আপোনাৰ বহিনীক চৌদোলত লই ।
দিল্লীৰ পাৎছাৰ স্থান তবে পাইলা গই ॥ ৭৪১

দেখিয়া পাৎছাৰ মনে খোচাল লভিলা ।
কি কার্য্যে আসিলা বুলি ৰাজাত পুছিলা ॥
লক্ষ্মীনাৰায়ণে বোলে মোৰ বৰ চিত্র ।
বহিনীক দিলো তুমি সমে কৰি মিত্র ॥ ৭৪২

মোৰ ভাতৃ পুত্র যিতো পৰীক্ষিত ৰাজা ।
অন্যায় কৰিয়া মোৰ মাৰিলেক প্রজা ॥

হেন দেখি খেদি গই ৰণে দিলোঁ বীৰ।
নপাৰিলোঁ ৰণে মৈল ভ্ৰাতৃ আপুনাৰ ॥ ৭৪৩

কহিলো নিশেষে মোক উপকাৰ কৰা।
পৰীক্ষিত নৃপতিক জীৱন্ততে ধৰা ॥
শুনিয়া পাৎছাৰ বৰ উপজিল বেথা।
নৃপতিৰ আগে কহিবাক লৈলা কথা ॥ ৭৪৪

তোমাৰ আগত আজি কহোঁ সত্য কৰি।
লক্ষ্মীনাৰায়ণক সহায় কৰিবলৈ পাৎছাৰ প্ৰতিজ্ঞা
পৰীক্ষিত নৃপতিক আনি দিবো ধৰি ॥
শুনিয়া ৰাজাৰ মনে মিলিল উৎসাহ।
দিলা নিজ ভগিনীক পাৎছাত বিবাহ ॥ ৭৪৫

বহু সৈন্য আনি পাৎছা বুলিলা বচন।
ৰণক লাগিয়া সবে চল এতিক্ষণ ॥
শুনিয়ো পৰান সুভা আৰু মক্ৰম খাঁ।
চৰ্দাৰ সহিতে সবে ৰণে চলি যাহা ॥ ৭৪৬

পৰীক্ষিত নৃপতিক জীৱন্ততে ধৰি।
মোহোৰ আগত আনি দেহ বন্দী কৰি ॥
শুনিয়া পাৎছাৰ আজ্ঞা প্ৰচণ্ড বিশেষ।
ৰণক লাগিয়া সবে চলিল নিশেষ ॥ ৭৪৭

হয় হস্তী ৰথ শকটত চলি যাই।
যতেক চিপাহী সৈন্য লেখা জোখা নাই ॥
দিল্লীতে থাকিল তবে লক্ষ্মীনাৰায়ণ।
পাৎছায়ে সহিতে নিতে কৰি সম্ভাষণ ॥ ৭৪৮

মক্রম খাঁ সব সৈন্যে সোণকোষ পাৰে ।
বাহুৰ কৰিয়া তৈতে ৰৈল পটোৱাৰে ॥
এহি বার্তা শুনিলন্ত ৰাজা পৰীক্ষিত ।
দুর্গাক পূজিবে প্রতি কৰিলন্ত চিত্ত ॥ ৭৪৯

দ্রব্য সমে আনি পুৰোহিত ব্রাহ্মণক ।
পঠাই দিলন্ত তবে নীল পর্বতক ॥
হবিষ্য কৰিয়া বিপ্রে পূজা আৰম্ভিলা ।
অনেক বিপ্রক চণ্ডী পঢ়িবাক দিলা ॥ ৭৫০

হোম কৰি নীলকণ্ঠ পাঠ কৰাইলন্ত ।
জপক লাগিয়া কতো বিপ্রক দিলন্ত ॥
এহি মতে বিপ্রে পূজা কৰিবাক লৈলা ।
পূর্ণাহুতি দেন্তে মন্ত্র ব্যভিচাৰ ভৈলা ॥ ৭৫১

একো মতে শুদ্ধ মন্ত্র নৃপতিৰ নাসে ।
যবনৰ জয় হেতু মন্ত্র সব আসে ॥
তিনি বাৰ বিষ্ণু স্মৰি উলটে পালটে ।
আপোনাৰ জয় হেতু বাক্য নাহি ঘটে ॥ ৭৫২

এহি দেখি মন দুঃখে বিপ্র নিৰন্তৰ ।
ৰাজাৰ আগত সবে কৈলা পূর্বাপৰ ॥
বোলে মহাৰাজা দুর্গা ভৈলন্ত বিমুখ ।
ৰণত নহৈবে তযু কিঞ্চিতেকো সুখ ॥ ৭৫৩

শুনি ৰাজা অসন্তোষে কৰিলা ক্রন্দন ।
পাত্র মন্ত্রী সমন্বিতে কৰি আলোচন ॥

বোলে চৰসব যাউক নিশাৰ ভাগত ।
কাটিয়া পেলাউক বঙ্গালৰ সৈন্য যত ॥ ৭৫৪

নিশাভাগে গৈলা চলি চৰ নিৰন্তৰে ।
পন্থ নাপাই ঘুৰি ফুৰে সোণকোষ পাৰে ॥
নিশা অৱসানে ফিৰি আসে সৈন্যগণ ।
দেখিয়া বঙ্গালে খেদি কৰে ঘোৰ ৰণ ॥ ৭৫৫

একো মতে গড় উঠাইবাক নপাৰিলা ।
চৰগণে গৈয়া নৃপতিত জান দিলা ॥
তাক শুনি নৃপতিৰ বৰ অপমান ।
সোণকোষ পাৰে বন্ধাইলন্ত গড়মান ॥ ৭৫৬

তথাত ৰহিলা গৈয়া সসৈন্যে সহিতে ।
চতুষ্পার্শে বন্দুক পতাইলা ভাল মতে ॥
দখিণে পচিমে উত্তৰেও সোণকোষ ।
তিনি ফালে নদী গড় দেখন্তে সন্তোষ ॥ ৭৫৭

পৰম বিটক ঠাই গড় ভয়ঙ্কৰ ।
বঙ্গালেও যুদ্ধ কৰিলন্ত সম্বৎসৰ ॥
তথাপিতো গড় উঠাইবাক নপাৰিলা ।
দেখিয়া মগলি ফন্দ বঙ্গালে পাতিলা ॥ ৭৫৮

নদীৰ উজানে যাই কল কাটিলন্ত ।
অসংখ্যাত ভুৰ বান্ধি ভসাই দিলন্ত ॥
সেহি ভুৰ দেখিলন্ত ৰাজা পৰীক্ষিত ।
বঙ্গাল ভৈলন্ত পাৰ বুলি ভৈলা ভীত ॥ ৭৫৯

বঙ্গালে মাৰিব মোৰ নগৰক যাই ।
আমি এথা থাকি কাৰ উকৱাইবো ছাই ॥
এলি বুলি গড় এৰি নগৰক গৈলা ।
দেখি বঙ্গালৰ মনে আনন্দিত ভৈলা ॥ ৭৬০

বোলে ৱাহৱা কেনে মন্ত্ৰণাৰ খুব ।
বেঢ়িয়া বঙ্গালে বোলে জয় জয় শুভ ॥
হাস্য কৰি সৈন্যসব পাৰ কৰি দিলা ।
বিজয়পুৰক গৈয়া চৌপাশে বেঢ়িলা ॥ ৭৬১

হেন দেখি মন দুঃখ ভৈলা পৰীক্ষিত ।
নৰনাৰায়ণ বাক্য লাগিলা স্মৰিত ॥
বোলে পূৰ্বে পিতামহ বাক্যক এৰিলো ।
অৱগৰ্ব কৰি বাহিৰবন্ধক মাৰিলোঁ ॥ ৭৬২

মোগল সৈন্যৰ হাতত পৰীক্ষিত বন্দী

এতেকেসে কামাখ্যা কৰিলা বিড়ম্বন ।
কোনে বুজিবাক পাৰে বিধিৰ ঘটন ॥
এহি বুলি পুনৰ্বাৰ ৰণ নকৰিলা ।
আপুনি ওলাই গই বন্দীত পৰিলা ॥ ৭৬৩

বঙ্গালে চৌদোলে তুলি বন্দী কৰি লই ।
পাৎছাৰ আগত তবে ভেণ্টাইলেক গই ॥
পাৎছাৰ আগত ৰাজা খাণ্ডা হৈয়া ৰৈলা ।
ৰাজাক দেখিয়া পাৎছা বৰ তুষ্ট ভৈলা ॥ ৭৬৪

পাৎছাৰ হুকুমে দিলা দলিচাক পাৰি ।
চালাম কৰিয়া বসিলন্ত আগবাঢ়ি ॥

পাৎছাৰ মনত বৰ খোচাল ভৈলন্ত।
তেতিক্ষণে সোণোৱালী বন্টা দিয়াইলন্ত ॥ ৭৬৫

পৰম আনন্দে বাক্য বুলিলন্ত পাচে।
সুন্দৰ শৰীৰ খুব মৰ্দ হুয়া আছে ॥
পাৎছা বোলে আপুনাৰ মধ্যে এৰা দন্দ।
লোকে শুনি তোমাসাক বুলিবেক মন্দ ॥ ৭৬৬

বুলিলো নিশ্চয় মোৰ বাক্য সাৰ ধৰা।
কনিষ্ঠ পিতৃক তুমি নমস্কাৰ কৰা ॥
ৰাজা বোলে পিতৃ মোৰ হোৱে আপুনাৰ।
বিৰোধ ভাৱত নকৰোহো নমস্কাৰ ॥ ৭৬৭

দিল্লীৰ পাৎছাহৰ দ্বাৰা লক্ষ্মী-নাৰায়ণ আৰু পৰীক্ষিত-নাৰায়ণৰ ৰাজ্যৰ সীমা নিৰ্ধাৰণ

শুনিয়া পাৎছাৰ বৰ আনন্দিত ভৈলা।
প্ৰশংসিয়া পুনৰ্বাৰ বুলিবাক লৈলা ॥
সোণকোষ সীমা কৰি ভুঞ্জা ৰাজ্য যাই।
সমৱস্তি কৰি মঞি দিলোহোঁ বিদাই ॥ ৭৬৮

হেন শুনি পৰীক্ষিতে চালাম কৰিলা।
পাৎছাহি টিকাক লৈয়া দেশক লৰিলা ॥
তৃতয় মাসৰ পন্থ আসি মন ৰঙ্গে।
মেল কৰিবাক লাগে নবাবৰ সঙ্গে ॥ ৭৬৯

নবাবে বোলয় কেনে আইলা পৰীক্ষিত।
কিমতে এৰিলা পাৎছা নাপাইলো নিশ্চিত ॥
দিবাক নাপাৰো এৰি আপোন ৰাজ্যক।
কমনে আসিলা মোত বতাউক বাক্যক ॥ ৭৭০

পৰীক্ষিতে বোলে মঞি আনিছো প্ৰমাণ।
শীঘ্ৰ কৰি নবাবে দিয়োক মেল দান॥
শুনিয়া নবাব মেলে বসিলেক যাই।
পৰীক্ষিতে ছবি পত্ৰ দিলন্ত দেখাই॥ ৭৭১

নবাবেয়ো ছবি দেখি নমস্কাৰ কৈলা।
সভাক বিসৰ্জ্জি অভ্যন্তৰে চলি গৈলা॥
বোলে পৰীক্ষিত নৃপতিক নেদোঁ এৰি।
সভাৰ মধ্যত মোক কেনে লাজ কৰি॥ ৭৭২

পাৎছাৰ লাগিয়া লিখা পত্ৰ কৰি:দিলা।
কেনে ব্যাঘ্ৰ পৰীক্ষিত ৰাজাক মেলিলা॥
এহি জানি পৰীক্ষিতক এৰি নেদিবন্ত।
এৰি দিলে পুনৰ্বাৰ অনৰ্থ হৈবন্ত॥ ৭৭৩

এৰি নেদে দেখি ৰাজা থিৰ কৰি মন।
হস্তীনাপুৰক পুনু কৰিলা গমন॥
পন্থত চলন্তে এক কাপালীকে পাই।
বোলে দেখোঁ উদয়ৰ পাৎছা অস্ত যাই॥ ৭৭৪

বোলে মহাৰাজা তুমি যাহা কি কাৰণ।
পক্ষেক অন্তৰে তব হুইবেক মৰণ॥
ৰাজা বোলে মোৰ মৃত্যু জানিলি কি মতে।
কাপালীকে বোলে পাই তযু কপালতে॥ ৭৭৫

মোহোৰ কথাত যদি নযাহা প্ৰমাণ।
কহোঁ তেবে ভূত ভবিষ্যত বৰ্ত্তমান॥

তিনিও কালৰ কহিলন্ত কথাচয় ।
তবে নৃপতিৰ মনে ভৈলন্ত প্রত্যয় ॥ ৭৭৬

শুনিলন্ত ৰাজা যদি কথাৰ প্রমাণ ।
তেতিক্ষণে কনক অঞ্জলী দিলা দান ॥
দেৱীক স্মৰিয়া ৰাজা মনে শুদ্ধ ভৈলা ।
গৃহক নাসিয়া প্রয়াগক চলি গৈলা ॥ ৭৭৭

পৰীক্ষিতৰ মৃত্যু

প্রয়াগ তীৰ্থত স্নানি কায় শুদ্ধ কৰি ।
চিন্তিবে লাগিল যিতো পৰম ঈশ্বৰী ॥
দেৱীৰ চৰণ ৰাজা চিন্তি হৃদয়ত ।
কৰিলন্ত তনু ত্যাগ প্রয়াগ তীৰ্থত ॥ ৭৭৮

শুক্ল হংসৰূপে চলি কৈলাসক গৈয়া ।
পৰিষদ হৈয়া তৈতে আনন্দতে ৰৈলা ॥
সংক্ষ্যেপে পদৰ কথা এহি মানে থওঁ ।
যি কৰিলা বলি ৰাজা তাক আবে কওঁ ॥ ৭৭৯

বলিনাৰায়ণ

যেহি দিনা ৰাজাক বঙ্গালে নিলা ধৰি ।
ৰৈল বলিনাৰায়ণ মনে দুখ কৰি ॥
মন্ত্রী সমে আলোচিয়া হুয়া এক ঠাই ।
বোলে ইদেশত থাকিবাৰ যোগ্য নাই ॥ ৭৮০

সাধু মহাজন পাইক মন্ত্রী সব লই ।
ৰঘুদেৱ ৰাজাৰ ছয় কুড়ি মহাদই ॥
আপোনাৰ পুত্র পৰিয়াল সমন্বিতে ।
সমস্তকে লৈলা ৰাজা নথাকিবে চিতে ॥ ৭৮১

বঙ্গালত নথাকয় মান যে মৰ্য্যাদ ।
দৰঙ্গৰ বৰভুঞাৰ গৃহত এবছৰ বলি-নাৰায়ণৰ বিশ্ৰাম
কামৰূপে চলি গৈলা ভাবিয়া প্ৰমাদ ॥
দৰঙ্গ দেশত বৈলা মনিয়ৰী গ্ৰাম ।
বড়ভুঁয়া গৃহে পাচে কৰিলা বিশ্ৰাম ॥ ৭৮২

এক বৰ্ষ থাকিলন্ত ভুঁয়াৰ গৃহত ।
পাচে এক কাৰ্য্য ৰাজা আলোচি মনত ॥
বোলে স্বৰ্গ নৃপতিক ভেণ্টো আমি যাই ।
আত পৰে আন কিছু নেদেখোঁ উপাই ॥ ৭৮৩

পাত্ৰ মন্ত্ৰী সমন্বিতে চলিলা নৌকাত ।
আহোম স্বৰ্গদেৱৰ লগত বলি-নাৰায়ণৰ সাক্ষাৎ
স্বৰ্গ নৃপতিৰ স্থানে ভৈলন্ত সাক্ষাত ॥
স্বৰ্গনাৰায়ণ ৰাজা দেখিলা যেখন ।
আগবাঢ়ি আলিঙ্গিয়া ধৰিলা তেখন ॥ ৭৮৪

ভাই ৰাজা বুলি পাচে কুশল পুছিলা ।
পাচে বলিনাৰায়ণে সমস্তে কহিলা ॥
মাথা চপৰাস্তে নমস্কাৰ কৰিবাক ।
ছিগিলেক জটা ৰাজা দেখিলেক তাক ॥ ৭৮৫

দেখি স্বৰ্গদেৱে সুমৰিলা ধৰ্ম ধৰ্ম ।
নতু দেখি শুনি হেন অদভুত কৰ্ম
স্বৰ্গ ৰাজা বোলে তুমি শিৱৰ কুমাৰ ।
ইন্দ্ৰৰ বংশক তুমি কৰা নমস্কাৰ ॥ ৭৮৬

শিৱৰ বংশৰ কথা সাক্ষাতে অমৃত ।
শুনা সভাসদ সাৱধান কৰি চিত ॥

সকামী গৃহীৰ জানা নাই আন কাম।
ৰাজা সেৱি হৰি ভজি বোলা ৰাম ৰাম ॥ ৭৮৭

## ছবি

আহোম স্বৰ্গদেৱে বলিনাৰায়ণক দৰঙৰ ৰজা পাতে

শুনিয়োক মহামতি পাচে স্বৰ্গ নৰপতি
বোলে ভাই ধৰ্মনাৰায়ণ।
বঙ্গালক মাৰি যাই, কৰতোয়া গঙ্গা পাই
তবে খাণ্ডা কৰিবা ক্ষালন ॥
ৰাজ্য দিলো আজি ধৰি চতুৰ্দিশে সীমা কৰি,
সত্যে সত্যে কৈলোহো নিচয়।
পূৰ্বতে ভৈৰবী দেৱী পশ্চিমে কৰ্তিয়া নদী
যাক সেৱি নৰে মুক্ত হয় ॥ ৭৮৮

উত্তৰে গাম্বৰি গিৰি দক্ষিণত পৰ্বত চিৰি,
এহি চতুৰ্হদে দিলো ভূমি।
উৎসৰ্গিলো তিলে কুশে ভুঞ্জিবাহা মহাসুখে
সত্যে সত্যে ভুঞ্জিবাহা তুমি ॥
লাউ যদি তল যাই, উপঙ্গয় শিলাচয়,
তথাপি নলৰে মোৰ বাক।
সাক্ষী হৈবা ধৰ্মচয় মোৰ বাক্য বৃথা নয়,
যদি শুক্লবৰ্ণ হৱে কাক ॥ ৭৮৯

মোৰ বংশ পৃথিৱীত থাকে মানে প্ৰতিনিত
ৰাজ্য কাঢ়ি নলৈবেক কেৱ।
যদি বা কাঢ়িয়া লয় অধৰ্মত প্ৰৱৰ্তয়
তাক দণ্ড কৰিবন্ত দেৱ ॥

বলিনাৰায়ণৰ বিবাহ আৰু যৌতুক স্বৰূপে আহোম স্বৰ্গ-দেৱৰদ্বাৰা দৰঙ্গ ৰাজ্য দান

এহি বুলি সোণাৰীৰ কন্যা এটী বিচাৰিয়া
আতি সুলক্ষণা ৰূপৱতী।
কৰিলন্ত সালঙ্কৃতা ৰূপে গুণে আনন্দিতা
বিহা দিলা স্বৰ্গ নৰপতি ॥ ৭৯০

হস্তী ঘোড়া নৰ দাসী, বস্ত্ৰ অলঙ্কাৰ ৰাশি
মহা মহোৎসৱে উৎসৰ্গিলা।
গাড়ু পাটি তোলা কৰি হাতে তিল কুশ ধৰি,
দৰঙ্গক যৌতকত দিলা ॥
এক বৰ্ষ অনন্তৰে স্বৰ্গদেৱ নৃপবৰে
চ'ৰা নাও দিলা চাৰিখন।
হিলাই নাও সপ্ত জোৰা এক বিংশ নাও কোঢ়া,
পঠাই দিলো ভূপতি প্ৰধান ॥ ৭৯১

বঙ্গাল মাৰিবে প্ৰতি পাচে স্বৰ্গ নৰপতি
উদ্যম কৰিলা গুৰুতৰ।
বড়ফুকন ৰাজখোৱা বড়বড়ুৱা হাজৰীকা
বড়া শইকীয়া নিৰন্তৰ ॥
সৈন্য গণি পঢ়ি চাই, আশী সহস্ৰেক পাই,
বঙ্গাল মাৰিবে আদেশিলা।
অস্ত্ৰ শস্ত্ৰ হিলাই যত ধন ৰত্ন নানামত
ভক্ষ্য ভোজ্য সমস্তকে দিলা ॥ ৭৯২

অসমেও খেদি যাই বঙ্গালক লাগ পাই,
কৰিলন্ত ৰণ ধুমাজয়।
গোঁসানীৰ প্ৰসাদত অসমৰ উনমত্ত,
বঙ্গালৰ সৈন্য ভৈলা ক্ষয় ॥

বঙ্গালেও ভঙ্গ হৈ থানা এৰি পলাইগৈ
কৰ্তিয়া গঙ্গাৰ হৈলা পাৰ।
অসমেও খেদি যাই কৰতোয়া গঙ্গা পাই
খাণ্ডা সব ধুইলা বাৰম্বাৰ॥ ৭৯৩

খাণ্ডা পুতি সীমা কৰি অসম আসিলা ফিৰি

* * *

( অসম্পূৰ্ণ )